# দিৰৈ নৈৰ বালি



মহেন্দ্ৰ বৰঠাকুৰ



বৰুৱা এজেন্সি

গুৱাহাটী-১

**Diroi Noir Bali :** An Assamese Social Novel written by Shri Mohendra Borthakur and Published by M/S Barua Agency, Guwahati-I

---

প্ৰকাশক :
বৰুৱা এজেন্সি
গুৱাহাটী-১

প্ৰথম প্ৰকাশ :
ডিচেম্বৰ, ১৯৮৮

বেটুপাতৰ শিল্পী :
শ্ৰীপ্ৰদ্যোৎ চক্ৰবৰ্ত্তী
খচৰা :
শ্ৰীনীলপৱন বৰুৱা

মূল্য : ১৫'০০ টকা

ছপাশাল :
প্ৰেৰক
গুৱাহাটী-১

# নওলা মুখত

করিম বুলি ভবা বহুত কাম দেখিছো তাগিদা নাহিলে কৰা হৈ নুঠেগৈ। 'দিবৈ নৈৰ বালি'ৰ পৰিকল্পনা ভালেমান দিনৰ আছিল। কথা প্ৰসংগত এদিন বন্ধু ৰঞ্জিত দাসক কৈছিলোঁ। মুখৰ পৰা ওলোৱাৰ পিছত দাসে নেৰানেপেৰাকৈ লাগিল—মাহেকত এটা অধ্যায় হ'লেও লেখি দিব লাগিব। ৰক্ষা ক'ত! 'দিবৈ নৈৰ বালি' দাসৰ তাগিদাৰ ফলশ্ৰুতি।

মোৰ কিতাপ এখন প্ৰকাশ কৰাৰ হাবিয়াস আছে বুলি বদন বৰুৱাই ভালেদিনৰে পৰা কৈ আছিল। বৰুৱাৰ ৰুচি আৰু আন্তৰিকতাৰ প্ৰতি মোৰ অগাধ বিশ্বাস। আজি বৰুৱাক দিয়া কথাও ৰাখিলোঁ।

আমাৰ সহকৰ্মী, অসমীয়া সাহিত্যত সুপৰিচিতা শ্ৰীমতী আৰতি দাস বৈৰাগীয়ে বানানৰ জঞ্জাল ভালেখিনি মাৰি দিলে। দাস বৈৰাগীক কৃতজ্ঞতা জনোৱাৰ সুযোগ এইখিনিতে ল'লো। কৃতজ্ঞতা জনালোঁ বেটুপাতৰ খছৰাটো কৰি দিয়াৰ বাবে ভাতৃ প্ৰতিম নীলপৱন বৰুৱালৈ।

মহেন্দ্ৰ বৰঠাকুৰ

১ ডিচেম্বৰ, ১৯৮৮

## এই লেখকৰ

শেষ অধ্যায়ৰ সামৰণি (১৯৫৭)

উদাসী সন্ধ্যা (১৯৬১)

বেগম পাৰা (১৯৬৬)

বেলিফুল (১৯৭১)

···আৰু আমি (১৯৮০)

বৃহন্নলা (১৯৮৩)

জন্ম (নাটক) (১৯৭৬)

আহতগুৰিৰ নতুন বাট
(নাটক) (১৯৭৭)

পনীয়া সোণৰ দেশ
(শিশু ভ্ৰমণকাহিনী) (১৯৫৯)

দাপোণ (অনুবাদ) (১৯৭৭)

মালয়ালাম চুটি গল্প (অনুবাদ) (১৯৭৮)

পোহৰ
(শিশু সাহিত্য সম্পাদনা) (১৯৭৮)

নোকোৱাই ভাল
(ব্যংগ) (১৯৮৫)

পুৱাতেই চিপ্‌চিপ্‌কৈ বৰষুণজাক যি আৰম্ভ হ'ল, হলেই। বাট-পথৰ ভষম উঠিল। খোৰ্পনি ৰখাই টান। কেনেবাকৈ পিছলি পিতনিখনত সোমাবগৈ লাগিলে শটো বিচাৰি পোৱাও টান হ'ব। প্ৰিয়নাথে সাৱধানে খোজ কেইটা পেলাবলৈ যত্ন কৰিলে। পিছে ৰঙা মাটি দিয়া আলি। বৰষুণ পাই মাটিও ফুলি উঠিছে। খপ্‌খপকৈ দেখোন সোমায়হে যাব খোজে। নিশা কিমান হ'ল বা! প্ৰিয়নাথে ভাবিলে। গাওঁখনৰ সকলো মানুহ শুই নিহপালি দিলে। যিহে গেজেপা বতৰ, মুশুইনো কি কৰিব। কাইলৈকো বতৰ দাং খোৱাৰ আশা নাই। মূৰত মাৰি অহা গামোছাখন ঘপকৈ সি খুলি পেলালে। তেনেই চেপচেপিয়া হ'ল। একো লাভ নাই সেইখন মাৰি থোৱাৰ। গাটো পুখুৰীত জোবোৰা মাৰি অহাৰ গতে হ'ল। তিতি থাওক কিমান তিতে। তথাপি সি গামোছাখন চেপি লৈ মুখখন মোহাৰি ল'লে। মূৰটোও মোহাৰিলে, মূৰৰ পৰা বাগৰি অহা টোপালবোৰে নাকে-মুখে পিৰপিৰাই দিয়ে। কাণতো সোমাব খোজে। এতিয়া বোকা পানীলৈকো ভয় লগা নাই। মাথোন পিছলি নপৰিলে ৰক্ষা। পিতনিখনত যি কেইদালহে মোতোহা মোতোহা সাপ আছে। সাপৰ কথা মনত পৰি প্ৰিয়নাথৰ গাটো জিকাৰ খাই উঠিল। হঠাৎ তাৰ এনে লাগিল যেন গোটেই বাটটোত বিয়াগোম বিয়াগোম সাপ একোটাইত তালৈকে অপেক্ষা কৰি আছে! খন্তেকলৈ সি চিপ্‌চিপিয়া বৰষুণ জাক অনুভৱ নকৰা হ'ল। তাৰ জাৰ জাৰ লাগিল। শাওনমহীয়া বতৰতো সি অনুভৱ কৰিলে তাৰ গাৰ নোম কেইদাল যেন দাং খাই উঠিছে। হঠাৎ খোজৰ গতি কমি আহিল। গকগুৰ নাম ল'লে। প্ৰিয়নাথে কোনোবা প্ৰাণীলৈ যদি ভয় কৰে তেনেহলে এইবিধ প্ৰাণীলৈকে ভীষণ ভয় কৰে। সজাত নাই। নাই, নাই, এই বাটত, এই বতৰত, সেইবিধ কিয় থাকিব! সি নিজকে সাহস দিলে। থৰকৈ খোজ দিব খুজি জপংকৈ পানী এড়োঙাতে সোমাল।

ৰৈ নাথাকিল পিছে। খোজৰ গতিও নকমালে। বস্তৰৰ কথা ভাবোতে আচল কথাটো পাহৰি আছিল সি। বৃন্দাবন ককাইদেউৰ ঘৰত দিব লগা খবৰৰ কথা। চন্দ্ৰা নবৌ! মানুহজনীৰ মুখখন মনত পৰি গ'ল তাৰ। কেনে চেহেৰা। তেজে ফুটো ফুটো কৰে। কপালত আধলিটোমান ডাঙৰ ফোঁট। মুখৰ হাঁহি অনবৰতে থাকেই। সেইজনী মানুহ, চন্দ্ৰা নবৌ। ঢুকাল। ব্লকৰ হস্পিটেলতে ঢুকাল। 'ডেলিভাৰী কেছ'। ঢুকুৱাৰ চাৰি ঘণ্টা মানৰ আগতে ব্লকৰ ডাক্তৰে কৈছিল; "কেছটো ভাল নহয়। সন্তান গৰ্ভতে মৰিছে। আমাৰ ইয়াত লাগতিয়াল সকলোবোৰ যন্ত্ৰ-পাতি নাই। টাউনৰ হস্পিটেললৈহে নিয়া ভাল।" কিন্তু সেইহেন মানুহজনীক ঘপকৈ পাঁচ মাইল আঁতৰৰ টাউনলৈনো নিয়ে কেনেকৈ? ওচৰত গাড়ী-মটৰ বুলিবলৈ নাই। কণ্টিলাৰ যি বা গৰুগাড়ী এখন আছিল তাৰো এটা চকা মেৰেক কৰি ভাগি পৰিল। পিছল বাটত গৰুৱে পিছল খালে, ভদ্ৰ কেৰেণীৰ ঘৰলৈ খৰিৰ বাবে কটিয়াই অনা কুণ্ডাটোৰে সৈতে চকা গৈ খলপকৈ বোকাত সোমাল। টনা আঁজোৰা কৰোঁতেই মেৰেককৈ ভাগিল। ব্লকৰ ডাক্তৰে কৈছিল বোলে তেওঁৰ জিম্মাত থকা জীপ গাড়ীখনকে নিব পাৰিলেহেঁতেন, পিছে ড্ৰাইভাৰ নাই। এতেকে চন্দ্ৰা নবৌক ব্লকৰ হস্পিটেলতে থোৱা হ'ল। কপালত যি আছে সেয়ে হ'ব বুলি। বৃন্দাবন ককাইদেউ বেঞ্চখনতে বহি থাকিল। মনটোৱে কিবা চেৱাইছিল নেকি মানুহটোৰ। বাৰে বাৰে প্ৰিয়নাথক কৈছিল—"কেলেই জানো বুকুখন মাজে মাজে চিৰিং চিৰিং মাৰে। বাওঁ চকুটোও দুদিনমানৰ আগতে বৰকৈ লৰিছিল।" মাহ চেৰেক আগতে বোলে মেকুৰী দুটা যোৰ হৈ থকাও দেখিছিল। প্ৰিয়নাথে ভেকাহি মাৰি ক'লে, 'পুৰুষ হৈ ককাইদেউ ইমান অলপ ধতুৱা হ'লে বিধাতায়ো লাইহে পাব। সেইবোৰ প্ৰকৃতিৰ কথা। সদায় ঘটে। ক'ৰবাত কেনেবাকৈ কাকতালীয় সংযোগ হ'ল বুলিয়েই এনে বিলাক চিন্তাক থিত দিবলৈ দিব নাপায়।' এতিয়া আৰু বৃন্দাবন ককাইদেউক সি বুজাবলৈ কথা বিচাৰি পোৱা নাই। চন্দ্ৰা নবৌৰ শটো আগত লৈ বহি আছে। কন্দা-কটাও কৰা নাই। চকুহাল বগা পৰি আছে। মাজে মাজে ওঁঠ দুখন লৰো লৰো কৰে। দেখিলেই শোকে খুন্দিয়া খুন্দি কৰি থকা যেন লাগে।

তাৰ মাজতে এবাৰ প্ৰিয়নাথক ক'লে, "ঘৰত খবৰটো দেগে। গাৰ্ডিয়ানো দিবি।" প্ৰিয়নাথক অৱশ্যে ইয়াতকৈ বেছি কোৱাৰ দৰকাৰো নাই। সি ক'ত ক'ত কাক কাক খবৰ দিব লাগিব জানে। কথা হ'ল এই গোটা বস্তবটো লৈ। এই বতৰত বাঁহ কাঠ জোগাৰ কৰি লৈ চিতাত তোলে মানে ৰাতি পুৱাবৰে হ'ব। এতিয়া কথা হৈছে শটো এবাৰ ঘৰলৈ অনা। মদগজ ডেকা দুটামান নহ'লে এইটো বাটেৰে শ লৈ অহাও টান। সি সন্ধ্যহতে দিব লগা মানুহখিনিক খা-খবৰ দি প্ৰবোধ, হলিৰাম, নৰকান্ত, পুতুল ইহঁত কেইটাকে হাস্পতাললৈ গৈ শটো ঘৰলৈ অনাৰ দিহা কৰিবগৈ। সিহঁত কেইটাক পালেগৈয়েই হয়। প্ৰবোধৰ বুঢ়ী মাকজনীয়েও চিপ টানিয়েই আছে। কোনদিনা চকু মুদে ঠিক নাই। চাৰি কুৰি পোন্ধৰ বছৰীয়া বুঢ়ীজনীয়েনো পৃথিৱীত আৰু কি সুখ দেখিবলৈ জীয়াই আছে জানো! ঘৰখনৰনো কম কলৌ জপৌখন হৈছে নে? দুমাহ ধৰি এটা নহয় এটাই পৰ দি থাকিবই লাগে। শোৱা পাটীতে বুঢ়ীয়ে দুয়োবিধ কৰে। প্ৰবোধেই ধোৱা পখলা কৰে। মাকক পৰাপক্ষত সেইবোৰ কৰিবলৈ নিদিয়ে। মাককো দহবছৰমান আগতে বাত বিষে পালে। ভালেমান জৰা ফুকা কৰিলে, ডাক্তৰ কবিৰাজৰো 'দেৱাই' খালে। পিছে একোৱেই গুণ নিদিলে। আজি এই ৰাতিয়েই যদি বুঢ়ীজনীৰো কিবা এটা হয়! হঠাৎ প্ৰিয়নাথৰ গাটো বমজমাই গ'ল। নাই নাই এনেকুৱা কিবা এটা হ'ব লাগিলে মৰাৰ লগতে জীয়াবোৰো মৰিব। বুঢ়ীৰ আজি নিশাটোত একো অঘটন নঘটিলেই হয়। প্ৰবোধ লগত থাকিলে সিও সাহস পায়। চিতা সজা, জ্বলোৱা মেলা কৰাত, খোচনি মৰাত সি একেবাৰে পুৰা পাকৈত। প্ৰবোধ যদি অগত্যা বুঢ়ীক এৰি আহিব নোৱাৰাত পৰে, তেনেহ'লে নৰকান্তকে হ'লেও প্ৰবোধহঁতৰ ঘৰত থৈ প্ৰবোধক আনিব লাগিব। সি অকলেই এশ। প্ৰবোধ নাহিলে বাহি হোৱাৰ আগতে শ জ্বলোৱা অসম্ভৱ হ'ব। চন্দ্ৰানবৌক জ্বলাব! হঠাত তাৰ বুকুখন মোচোৰা খোৱা যেন লাগিল। কপালৰ বঙা কোঁটটোৰে হাঁহি মুখীয়া মানুহ জনীক সি চাবলৈ বিচাৰিলে। কথাই কথাই ঠাট্টা মস্কৰা, কথাই কথাই হাঁহি ৰগৰ কৰি থকা মানুহজনীৰ শটো সি নিজ চকুৰে দেখি আহিছে, অথচ এই মুহূৰ্ত্তত সেইযাৰ কথাকে তাৰ বিশ্বাস কৰিবলৈ

মন নগ'ল। কিজানি আকৌ উশাহ লয়। কিজানি চকু মেলি চায়, কিজানি ঔষধে হঠাৎ কাম কৰিবলৈ লয়। ইতিমধ্যে ব্লকৰ ডাক্তৰে নিজে জীপ গাড়ীৰে গৈ টাউনৰ ডাঙৰ ডাক্তৰ লৈ আহিছেগৈ। কিজানি টাউনৰ ডাঙৰ ডাক্তৰে কৈছে "নাই, নাই মৰা নাই। লেবেজান হৈছে। বেহুচ হৈছে। ভাল হৈ যাব।" কিজানি··· হে ঈশ্বৰ! হে প্ৰভু!

পিছল বাটটোৰ কথা সি পাহৰি গ'ল। খোজৰ গতি ভাবিব নোৱাৰাকৈ খৰ হ'ল। পূৰ্ণ দাইটিৰ ঘৰ পাৰ হলেই ৰেলৰ আলি। সি যে কেতিয়া পূৰ্ণ দাইটিৰ ঘৰ পাৰ হ'ল, কেতিয়া ৰেলৰ আলিটো পালেহি গমেই নাপালে। ৰেলৰ আলি পাৰহৈ সৰু বাটটোৰে সিহঁতৰ গাওঁ সোমাবগৈ। অলপ সময় সি বৈ অদূৰৰ ষ্টেচনটোৰ ফালে চালে। মহখুটী ষ্টেচন। আচলতে ষ্টেচন নহয়, চাইদিং। ওচৰে পাজৰে থকা চাহ বাগিচা কেইখন—ম'হখুটি, থাওৰা, আমলʼগুৰি আছে বাবেই এইখিনিত এই চাইদিংটো বহুৱাইছে। শিমলুগুৰিৰ পৰা মৰাণলৈ যোৱা ৰেল! 'কপলিং ছিগা ৰেল'! ষ্টেচনটোত ষ্টেচন মাষ্টৰ এজন আৰু পইণ্টমেনো এজন। পইণ্টমেনৰ অসুখ-বিসুখ হলে ষ্টেচন মাষ্টৰেই পইণ্টমেনৰো কাম কৰে। সেইদৰে ষ্টেচন মাষ্টৰৰ অসুখ-বিসুখ হ'লে পইণ্ট-মেনজনেই চলায়। ষ্টেচনৰ চিগনেল লাইটটো দেখি প্ৰিয়নাথে বুকুত সাহস পোৱাদি পালে। এবাৰ ভাবিলে ষ্টেচন মাষ্টৰকো খবৰটো দি যোৱা ভাল হ'ব নেকি। ষ্টেচন মাষ্টৰ পঙ্কজ বিশ্বাসৰ লগত সিহঁতৰ ভাল। বৃন্দাবন ককাইদেউৰ ঘৰলৈকো মাষ্টৰ বাবু ডুবাৰমান গৈছে। গাঁৱত বিয়া সবাহ হ'লেও ষ্টেচন মাষ্টৰক নিমন্ত্ৰণ কৰে। নাই, এই ৰাতি খন আৰু মানুহজনক জগাবলৈ তাৰ মন নগ'ল। ৰেল লাইন পাৰ হৈ সি তাৰ গাঁৱৰ বাটত সোমাল। এচোৱা বাটত মানুহ-দুনুহ নাই। দুয়োকাষে অলপ হাবিয়নি। হাবিয়নি-খিনি পাৰ হ'লেই গোপাল চৰ্দাৰ, ভিক্ষুকুৰ্মী আৰু ৰবি তাঁতিৰ ঘৰ। সেই তিনিও ঘৰ এৰি ···

ঘপকৈ শিয়াল এটা তাৰ আগেদি পাৰ হৈ গ'ল।

সি গৈ থাকিল।

বৃন্দাবন ককাইদেউৰ ঘৰত মানুহ শুনলেনে চাগে। পাৰুল একা? দীঘল ছমুনীয়া এটা ওলায় আহিল তাৰ। চন্দ্ৰা নবৌৰ ভনীয়েক পাৰুল!

চাৰি বছৰৰ আগতে বৃন্দাবন ককাইদেউৰ বিয়াত দৰাৰ লগত যাওঁতে কইনাঘৰত সি প্ৰথম পাৰুলক দেখিছিল। ছোৱালী পক্ষ আৰু দৰাপক্ষ— বাপৰে, কি জোৰানাম। দৰাঘৰীয়া ছোৱালী কেইজনীয়ে প্ৰথম প্ৰথম ছোৱালী ঘৰীয়া কেইজনীক থকা-সৰকা কৰিছিল। তেনেতে আহি বহিলহি ছোৱালীৰ ভনীয়েক, পাৰুল। অ' গোসাই টোকৰেই মাৰিব নোৱাৰি। দৰাঘৰীয়া ছোৱালীক তেনেই ভেচভেচীয়া কৰি পেলালে। দৰাঘৰীয়া ল'ৰা-জাকেও আপ্ৰাণ চেষ্টা কৰিলে কিবা উপায়েৰে দৰাঘৰীয়া নাকটো ৰক্ষা হওক, নাই নহ'লগৈ। ইয়াৰ পিছতেই পাৰুল এসপ্তাহ মানৰ বাবে বায়েকৰ লগত প্ৰিয়নাথহঁতৰ গাৱঁলৈ আহিল। আকৌ দুসপ্তাহমানৰ বাবে আহিল, গ'ল। আ'ক মাজে মাজে আহিল। প্ৰিয়নাথৰ লগত হাঁহি ধেমালি কৰিলে। চন্দ্ৰা নবৌয়ে এদিন প্ৰিয়নাথক ক'লে, "মোৰ ভনী বুলিয়েই কোৱা নাই, পাৰুল ঘৰ ধৰা ছোৱালী, আপত্তি আছে নেকি?" প্ৰিয়নাথৰ লাজতে মৰি যোৱা যেন লাগিছিল। সেইটো মাথোন দুমাহৰ আগৰ কথা। তাৰ পিছৰেপৰা পাৰুল আৰু তাৰ মাজৰ চেনেহৰ কথা লুকাই থকা নাই। চন্দ্ৰা নবৌয়ে বৰ হেপাহ কৰিছিল পাৰুলক তালৈ দিবলৈ। সেই চন্দ্ৰা নবৌৰ আজি···

প্ৰিয়নাথে ক'ব নোৱাৰাকৈয়ে পালেহি বৃন্দাবন ককাইদেউৰ নঙলামুখ। এই বাট চোৱা কেতিয়া যে পাৰ হ'ল ধৰিবই নোৱাৰিলে। বৰষুণ জাক অলপ সময় তভক মাৰি আছে। মাজে মাজে বতাহ এেকোচাতি হওঁতে আহি আছে। আক' দিব। নঙলা মুখতে সি অলপ সময় ৰ'ল। বৃন্দাবন ককাইদেউৰ ঘৰৰ পৰা পোহৰ এটা আহিছে। ঘৰখনত এতিয়া জেঁ‌াই আছে বৃন্দাবন ককাইদেউৰ মাক। বুঢীৰ আক' দুয়োটা চকুতে ফুল পৰিছে। সকলোবোৰ ধোঁৱা ধোঁৱা দেখে। পাৰুল আছে। চন্দ্ৰা-নবৌৰ ভনীয়েক। বায়েকৰ গা-খালাচৰ বাবে এসপ্তাহমান আগতে আহিল। আৰু সেই তিনিবছৰীয়া ছোৱালীজনী। বৃন্দাবন ককাইদেউ আৰু চন্দ্ৰানবৌৰ ছোৱালী। তাই চাগে' মাহীয়েক পাৰুলৰ বুকুতে শুই আছে। হয়তো মাজে মাজে পাৰুলকে মাক বুলি সাৱটি ধৰিছে। প্ৰিয়নাথে বুকুখনত বিষ অনুভৱ কৰিলে। এনেকৈ এই ফুকলিয়াতে ছোৱালীজনী মাউৰী হ'ব

লাগেনে? কণা বিধতাই এই দেৱশিশুটিক এনে নিদাৰুণ ভাৱে বঞ্চনা কৰিব লাগেনে? সি এতিয়া কি বুলি খবৰটো দিব? তাৰ মাত শুনি একেজাপেই নিশ্চয় পাকল ওলাই আহিব, জেঠায়েও খেপিয়াই খেপিয়াই তাৰ ওচৰ পাবহি। হয়তো সুধিব—"ল'ৰা হ'ল নে ছোৱালী অ' প্ৰিয়।"

## দুই

হালৰ গৰুহাল ধুৱাই পথলাই প্ৰিয়নাথে গ্ৰেজিঙতে এবাল দি থ'লে। বেলি দুপৰ হ'লহি। একেবাৰে দিবৈতে গাটো তিয়াই ভাতৰ পাতত বহিবগৈ, এই ভাবিয়েই সি বালিঘাটলৈ পোনাই দিলে। ওচৰা-ওচৰিকৈ দুটা ঘাট। এটাৰ নাম বালিঘাট আৰু আনটোৰ নাম বোকা ঘাট। গৰু ধুৱাবলৈ বোকাঘাটলৈকে সকলো আহে। গা-ধুবলৈ, পানী নিবলৈ বালিঘাট। বোকা-ঘাটত মাজে মাজে বোকা হয়। এই ঘাটৰ গড়া কেইটাও খিয়। বালি ঘাটত বালি পৰে। আহল বহল। মুকলি-মুকলি। গাওঁখনৰ ৰাইজ গা ধুবলৈ, পানী নিবলৈ বালিঘাটলৈকে আহে। নলীনাদ বহুৱাৰ কথা ভালেদিনৰপৰাই শুনি আছে, কিন্তু কেতিয়ানো সেই ফেৰা কাম হ'বগৈ কোনেও নাজানে। প্ৰিয়নাথৰ অৱশ্যে তাৰ বাবে আক্ষেপো নাই। দিবৈ নৈ-খনলৈ সি এবাৰ আহিবই লাগিব। হাজাৰ দমকলত গা ধোৱক, দিবৈত জোবোৰাটো নামাৰিলে তাৰ সুঁত নালাগে। তাৰ নিজৰ বাৰীতে পুখুৰী এটাও আছে। মাজে মাজে সেই পুখুৰীত বৰশীও বায়গৈ, পিছে গা তিয়াবলৈ নাযায়। ভাল নালাগে। গাটো খজুৱা যেন লাগে। কোনোৱে কয় বালিঘাটৰ উত্তৰে থকা ঔজোপা বৰ ভাল নহয়। কোনোবা এজনা আছে হেনো। কোনোবাই কোনোবাই দেখিছেও বোলে। সেয়েহে ৰাতি বিয়লি অকলশৰে কোনো মানুহ নাহে। প্ৰিয়নাথে কিন্তু কালসন্ধিয়াও অকলে অকলে আহি দিবৈত গা ধুইছেহি, মাজ নিশাও আহি দিবৈত গা ধুইছেহি। কাকো লগ পোৱা নাই অথবা কোনোবা এজনা থকাটোৰো প্ৰমাণ পোৱা নাই। অৱশ্যে ভূত-প্ৰেতলৈ ভয় নাই, ভয় তাৰ মাথোন দীঘল বিধলৈহে। পুৰণি ঔ গছ-জোপাৰ খোৰোঙত সেই বিধৰ বাহ আছে। প্ৰিয়নাথে তাৰ প্ৰমাণ পাইছে। ৰাতি আহিবলৈ কেতিয়াবা ভয় খাই সেইটো কাৰণতহে। সি প্ৰায়ে হাল মেলি, বোকাঘাটতে ধুৱাই, গ্ৰেজিঙতে এবাল দি বালি ঘাটত গাটো ধুইহে ঘৰ সোমায়গৈ। গামোছাখন মূৰত বন্ধাই থাকে। গাটো মোহাৰি তিতা

তিয়নিৰে ঘৰ পায়গৈ। আজিও ঘাটলৈ সেইদৰেই আহিল। সি পিছে আজি গৰুহাল গ্ৰেজিঙত এৰাল দিয়াৰ কথা নাছিল। 'গ্ৰেজিঙ' বুলি পিছতে যিখন ঠাইৰ কথা কয়, দৰাচলতে সেইখন গ্ৰেজিঙ নহয়। এসময়ত আছিল হেনো। তাৰ মনত নাই। এচোৱা বোলে দিবৈ নৈয়ে খহালে, এচোৰাত ল'ৰাহঁতে খেলিবলৈ ল'লে। সেই খেলা ঠাইডোখৰকে এতিয়াও গ্ৰেজিঙ বুলি কোৱা হয়। নামটোহে আছেগৈ। ঘাঁহ বন এডালো নাইকিয়া হোৱাৰ দৰে। ওচৰতে আৰু 'বাবুচাহেবৰ' কবিবাৰী। কবিবাৰী মানে অকল কবি খেতিয়েই নহয়, চাহেবে তাত কবি-মূলাৰ পৰা বেঙেনা তিঁয়হলৈকে সকলো কৰে। বিহাৰৰ পৰা আহি বাবু চাহেবে সাহস কৰি পৰি থকা চৰকাৰী মাটিখিনিকে ভাঙি উসিয়াই প্ৰথম দুবছৰ আলু খেতি কৰিলে, তাৰ পিছৰ পৰা ইটো সিটো খেতি কৰিয়েই আছে। গাৱঁৰ মানুহখিনিয়েও বাবু চাহেবক বেয়া নাপায়, লাগ বুলিলেই চাদাঁ তাদা দিয়ে। মেলে-মিটিঙেও যায়। বাবু চাহেবৰ বাৰীখন থকাৰ বাবেই 'গ্ৰেজিঙত' গৰু এৰাল নিদিয়াকৈ থ'ব নোৱাৰি। বাবুচাহেবৰ মাজুটো ল'ৰা 'কানহাইয়া' (কানাই) আৰু ভায়েক গিৰিধৰ সজাত নাইকিয়া মানুহ। দিবৈ পাৰ হলেই আমল'গুৰি বাগিছা, মহখুটি বাগিচা, ঠাকুৰবাৰী এনেকৈ প্ৰায় পোন্ধৰ ষোলখন চাহ বাগিচা ওচৰা-ওচৰিকৈ আছে। কাণহাইয়া বা গিৰিধৰৰ হাতত যদি গৰু পৰে, নাৱেৰে দিবৈ পাৰ কৰাই সিটো পাৰলৈ লৈ যায়। বেচি দিয়ে। এবাৰ সিপাৰ হলে বিচাৰি পোৱা নাযায়। গিৰিধৰহঁতক খোলাখুলিকৈ কৈ দিয়ে উদঙীয়া গৰু দেখি সিপাৰত এৰি দিলোগৈ। যি কৰ কৰ। সিহঁতক কোনে কি কৰিব? হয়তো, পতা বাৰী এখন মহতীয়ালে কোনে সহিব? গতিকে প্ৰিয়নাথে গ্ৰেজিঙতে গৰুহাল এৰাল দি থয়। তিনিমান বজাত ঘৰলৈ লৈ যায়। দানা-পানী খুৱায়। জীউটো তাৰ গৰুহালতে। দিবৈত জোবোৰা নামাৰিলে তাৰ গাটো যেনেকৈ সুঁত নালাগে, গৰু-হালক এবাৰ গা-মূৰ মোহাৰি দিবলৈ নাপালেও তাৰ বহুত কাম কৰিবলৈ পৰি থকাৰ নিচিনা লাগে। গ্ৰেজিঙৰ পৰা নৈ লৈ বুলি আহি থাকোতেই সি দেখিলে সিফালৰ পৰা প্ৰবোধ আহি আছে। বৰ কোবাকুবিকৈ আহিছে। চন্দ্ৰানবৌ ঢুকুৱাৰ দুদিনৰ পিছতেই তাৰ বু ঢ়ীমাকো ঢুকাল। একপ্ৰকাৰ ঘৰখনে সকাহ পালে।

বুঢ়ীয়ে নিজেও ভুগিলে, ঘৰখনকো ভোগালে। প্ৰবোধে দুৰৰপৰাই চিঞৰিলে "প্ৰিয় ককাইদেউ তই হবলা গা তিয়াবলৈ আহিছহে" ?

"তইনো হাতত ভাৰ ভেটি লৈ ক'লৈ ওলালি ?" প্ৰিয়নাথে সুধিলে।

"যাব লগা আছে ঠাকুৰবাৰী বাগিচালৈ। চকলিয়ালত থকা জেঠাইৰ ঘৰ পামগৈ। শ্ৰাদ্ধলৈ বুলি বয়-বস্তু দুটামান আনিছিলোঁ। তাৰে লোটা এটা কেনেবাকৈ থাকি গ'ল। তাকে দি থৈ আহোঁগৈ। পাৰুলেও কাম এটা দিলে। গতিকে চন্দ্ৰানবৌহঁতৰ ঘৰতো সোমাই আহিম। ৰেলৰ আলিয়ে নগৈ এইফালে আমল'গুৰিয়েদি পোনাই দিওঁ বুলি ভাবিলোঁ।"

চন্দ্ৰানবৌ ! পাৰুল ! প্ৰিয়নাথৰ মনতো কেনেবা কেনেবা লাগিল। বুকুখনত খুন্দা খোৱা যেন অনুভৱ হ'ল। চন্দ্ৰানবৌ ঢুকুৱাৰ এমাহ হৈ গ'ল। যোৱা শুকুৰবাৰৰ আগৰটো শুকুৰবাৰতে মাহেকীয়া গ'ল। সেই ভয় লগা নিশাটোৰ কথা মনত পৰি আকৌ এবাৰ শিয়ৰি উঠিল। চন্দ্ৰানবৌৰ মৃত্যুৰ দুঃসংবাদ লৈ যাব লগা হৈছিল সি। চন্দ্ৰানবৌ আৰু ইহসংসাৰত নাই। সেই মুহূৰ্ত্ততেই সি আশঙ্কা কৰিছিল পাৰুলে হাওঁহাওকৈ কান্দিব। খুপি খুপি বাহিৰলৈ বুলি আহিব খোজা বৃন্দাবন ককাইদেউৰ মাকে কান্দোন শুনিয়েই চিঞৰি চিঞৰি কান্দিব আৰু দুয়োৰে কান্দোন দেখি কান্দি উঠিব বৃন্দাবন ককাইদেউ আৰু চন্দ্ৰানবৌৰ তিনি বছৰীয়া ছোৱালীজনীয়ে। আচৰিত ধৰণেৰে কিন্তু পাৰুল স্থিৰ হৈ ৰ'ল। চাকিৰ ক্ষীণ পোহৰতে সি ধৰিব পাৰিলে তাইৰ মুখখন শেঁতা হৈ পৰিছে। মুহূৰ্ত্তৰ বাবে তাই চকুহাল মুদি দিলে। গোটেই মানুহজনীৰ চেহেৰা দেখি তাৰ অনুমান হৈছিল দুবাদুৰে কান্দিলেহে যেন পাৰুল স্থিৰ হ'ব। সি যেন তাইক ক'ব কান্দা, কান্দা, কান্দি লোৱা। খবৰটো দি সি নিজে তাত বৈ নাথাকিল। ওচৰৰ কেইগৰাকীমানক খবৰ দি বৃন্দাবন ককাইদেউৰ ঘৰলৈ আহিবলৈ ক'লে। তাৰ পিছত গাৱঁৰ ডেকা দুটা মানক লগত লৈ ব্লকৰ হস্পতাললৈ বুলি গ'লগৈ শটো আনিবলৈ। ভাগ্যে বৰষুণ জাক তেতিয়া ৰৈছিল।

"পাৰুলো আজি যোৱাৰ কথা আছিল। পিছে জুমনিক লৈ অলপ জুলুম হৈছে। মাহীয়েককো নেৰে, বুঢ়ীমাককো নেৰে। বুঢ়ীয়েনো তাইৰ দায়িত্ব লয় কেনেকৈ ? সাতে পাঁচে কিবা এটা ব্যৱস্থা কৰিবলৈ বৃন্দাবন ককাইদেৱে

আজ্জি তাইক ৰখালে। তাকে ঘৰত খবৰটো দি আহিব লাগে।" —প্ৰবোধে ক'লে।

পাকল যাবগৈ! কথাটো শুনি প্ৰিয়নাথৰ বুকুখন চমচমাই যোৱাদি গ'ল। চন্দ্ৰা নবৌৰ দহা আৰু মাহেকীয়ালৈকে প্ৰিয়নাথ প্ৰায় নিয়মিত ভাবেই বৃন্দাবনৰ ঘৰলৈ গৈ আছিল। বৃন্দাবন ককাইদেৱে কথাই কথাই তাকেই বিচাৰে। ৰভা-পৰলা, মানুহ নিমন্ত্ৰণী, দৈ চিৰা খুৱাব নে দৈ কোমল চাউল খুৱাব সেই সকলো পৰামৰ্শ প্ৰিয়নাথৰ লগতে কৰে। পাকলেও সকলো কথাতে প্ৰিয়নাথক বিচাৰে। "ককাইদেউ, বাইদেৱে পাতত দিয়া মাছ বৰ ভাল পাইছিল, শবাধৰ দিনা বামুণ এজন আনি পাতত দিয়া মাছৰ সতে ভাত এসাজ খুৱাব নোৱাৰিনে?" ...."ককাইদেউ খৰাহাটত থকা গল্টি মহৰী কেশৱ শইকীয়াৰ ঘৈণীয়েক ভানু বাইদেউৰ লগত চন্দ্ৰা বাইদেউৰ বৰ মিল আছিল। দুয়োজনীৰ বিয়া প্ৰায় একে সময়তে হৈছিল, কিবা এটা উপায় কৰি খৰাহাট বাগিচাত খবৰটো দিয়াবা আৰু দহালৈকো মাতি থৈ আহিবা।" "ককাইদেউ, জুমনিয়ে মাকৰ কথা সুধি আছে। মানুহ-দুনুহবোৰ অহা যোৱা কৰি আছে বাবে যেনিবা ধৰকৈ জুলুম কৰা নাই। দহা-চহা হৈ যোৱাৰ পিছত মানুহ-দুনুহৰ অহা-যোৱা সেৰেঙা হ'লেই তাই কিজানি ঠেন্‌ঠেন্ মেন্‌মেন্‌খন কৰিব। তাইকনো কেনেকৈ এৰি থৈ যাওঁ ক'বই পৰা নাই। " "ককাইদেউ, বজাৰলৈ গ'লে চেপটিপিন দুটামান আনি দিবাচোন," "ককাইদেউ চকলিয়া হৈ যাবা নেকি? যোৱা যদি আমাৰ ঘৰতো পাক এটা মাৰি আহিব পাৰিবানে?" "ককাইদেও, বৌতিক ক'বা, পাৰিলে কোনোবা এটা পঠিয়াই মোক নিয়াব।" ইত্যাদি। প্ৰিয় নাথে নিজেই উপলব্ধি কৰিছে যে পাকলে দিয়া সকলো দায়িত্ব মূৰ পাতি লোৱাত কিবা এটা আনন্দ আছে। এটা বুজাব নোৱাৰা তৃপ্তি আছে।

প্ৰবোধ গ'লগৈ। প্ৰিয়নাথে গা তিয়াবলৈ বুলি ঘাটেদি নামি আহিল। খন্তেক তাৰ বহিবৰ মন গ'ল। বালিতে বহিল। আৰু দুদিনমানৰ পিছত এইখিনি বালি পানীয়ে বুৰাব। দিবৈ বাঢ়িব। খৰালি একেবাৰে নিশকটীয়া হৈ পৰা নৈখন বাৰিষা কেতিয়াবা ৰাক্ষসী মূৰ্ত্তি ধৰে। তথাপি সাধাৰণ ভাবে দিবৈ শান্ত প্ৰকৃতিৰ। এই নৈখন দেখিলে তাৰ মনটো জুৰ পৰি

যায়। সি ভালেমান সময় ধৰি নৈখনৰ সোঁতটোলৈ লক্ষ্য কৰিলে। সিপাৰৰ হাবিডৰাৰ পৰা অহা জিলিটোৰ চেঁ-চেঁ শব্দটোৱে কিয় জানো তাক যেন খুন্দিয়াইহে আছে। পাৰুল যাবগৈ। যাবতো লাগিবই। অথচ এইষাৰ কথাকে সি শুনি দুখ পাইছে। পাৰুল থাওক। কিয় যাব লাগে। এনে এষাৰ কথাহে তাৰ ক'বলৈ মন গৈছে। আৰু মন গৈছে···এনেতে কাৰোবাৰ গুণগুণনি তাৰ কাণত পৰিল। ঘূৰি চাই দেখে নিচেই ওচৰতে তাৰ দদায়েকৰ ছোৱালী দেৱযানী আৰু পাৰুল। ক'ব নোৱাৰাকৈয়ে তাৰ মুখত হাঁহি বিৰিঙি উঠিল। দেৱযানীয়ে ক'লে, "উস্বা, ভৰ দুপৰীয়াখন তইনো অকলে অকলে বহি নৈৰ পাৰত কি কৰিছ? গাকে ধোৱা নাই হবলা?"

"ধুম ৰ", সি লাহেকৈ ক'লে, "তহঁতনো এই দুপৰীয়াখন কিয় আহিলি?"

"তই সোনকালে যা। আমি কাপোৰ দুটামান খচি গাটো ধুই যাওঁ।

"তেনেহলে মোক খেদাবলৈ আহিলি?"

"ইয়াত এনেয়ে বহিহে আছ? গা ধুই যা গৈ। তই গা ধোৱা মানে আমি সোঁফালে কাপোৰ কেইটাকে খচোঁগৈ। আহা পাৰুল।"

এইবুলি দেৱযানী আৰু পাৰুল আঁতৰলৈ গুচি গ'ল। সিও লাহেকৈ উঠিল।

## তিনি

শিমলু তলৰ মাটিদৰা অলপ দ'। এজাক বৰষুণ হ'লেই পানী ৰয়। যোৱা নিশাৰ বৰষুণৰ বাবে অলপ পানী হ'ল। সেয়েহে প্ৰিয়নাথ ঔগুৰি পথাৰলৈ নগৈ শিমলু তলৰ মাটি দৰালৈকে যাবলৈ থিৰ কৰিলে। হুওঁতে অলপ দূৰ হয়। প্ৰিয়নাথৰ পিছে এইদৰা মাটিৰ ওপৰত আশা বেছি। ধান মুঠি ভাল হয়। সকলোতকৈ ডাঙৰ কথা, এইদৰা মাটি সি নিজ হাতে হাবি ভাঙি কৰা। কম জেলেপনিখন আছিল নে? বাঘো খেদিব লগা হৈছিল।* হাবি কাটি, জুই লগাই হাল বাব পৰা কৰিবলৈ ছুবছৰ ল'লে। তাৰ দেহা মৰি গৈছিল। গোটেই মানুহটো ৰ'দ-বৰষুণত দেই যোৱা যেন হৈছিল। সকলোৱে কৈছিল এৰি দিবলৈ। পিছে সহজে এৰি দিয়া ভকত নহয়। মাটি ভাঙিবই লাগিব। যিখিনি খেতি মাটি আছিল সেইখিনি খেতি কৰিলেও, খেতিৰ ধান ভাল হলেও, ভবাতকৈ সৰহকৈ পালেও, নোজোৰেগৈ। তাতে যদি সি বিয়া কৰায়! বিয়া কৰাবই। পাৰুলক আনিতো অভাৱৰ মাজত ৰাখিব নোৱাৰি। পাৰুলৰ কথা মনত পৰাৰ লগে লগেই মনটো তাৰ পুলকিত হ'ল। সি হাল বাব, পাৰুলে ভুঁই ৰুব। পাৰুলৰ লগত মুখ চুপতি মাৰিও তাৰ ভাল লাগে। কথাত পৰি মৰা বিধৰ ছোৱালী তাই নহয়। গহীনাই গহীনাই এষাৰ এষাৰ মাতি থাকে। তাৰ ভাল লাগে। তাইক বাৰু সি সঁচাকৈয়ে সুখত ৰাখিব পাৰিবনে। সুখত মানেনো আৰু কি, ছুবেলা ছুমুঠি খাবলৈ দিয়া, এডোখৰ ভালকৈ পিন্ধিবলৈ দিয়া। সেইখিনি সি কৰিব নোৱাৰিবনে? পাৰিব। তাৰ বাবে তাক অলপ মাটি লাগে। কিনি মেলি ল'বলৈ ধন নাই। গতিকে চৰকাৰী পতিত মাটিখিনিকে সি ভাঙিবলৈ ল'লে। ডাঙৰ ডাঙৰ উঁই হাফলু খহাই পেলালে। ওখ ওখ গছ কাটিলে। লতা ছিঙিলে, শুকুৱাই জুই দিলে। কোৰেৰে মুঢ়াবোৰ উভালিলে। হালবাই খেতি কৰিলে। যোৱা বছৰ প্ৰথম খেতিটো কৰিছিল। ধানৰ ঠোক দেখি তাৰ যেন নিজৰেই মুখ

লাগিব। দহজনে তাক বাঃ বাঃ দিলে। পাৰুলকো সি তাৰ এই নভাঙনি দৰা দেখুৱালেহি। ইয়াকো ক'লে, মাটি সি আৰু ভাঙিব। ভাঙবকৈ খেতি কৰিব। চুকতে সৰুকৈ ঘৰ এটা সাজিব। চুণ-তেল লগাব, আনফালে এখন ফুল বাগিচাও কৰিব। "কেনে হ'ব বাৰু?" পাৰুলক সি সুধিছিল। পাৰুলে বোলে, "সেইটো আৰু সুধিব লগা কথানে? ভাল হ'ব আ'ক।" তাই লগতে ইয়াকো ক'লে বোলে এনেকুৱা নিজঙ্গাল ঠাইত থাকি তাইৰ বৰ ভাল লাগে। আশ্রম আশ্রম লাগে। ইঙ্গিতটো প্রিয়নাথে বুজিলে। বুজি ৰং পালে। তাই আৰু এবাৰ তাৰ লগতে যোগ দিলে, "ওচৰতে নিজৰ গজগজীয়া পুৰণি ঘৰখন থাকোতেনো তুমি আহি হাবিখনত থাকিবাহি নে? ঘৰত জানো মান্তি হ'ব?" সি বোলে," "মাজে মাজে বান্দৰ এমখা আহি যিহে উৎপাত কৰেহি, ৰখীয়া নাথাকিলে সর্বনাশ কৰিব। সেয়েহে আমাৰ কোনোবা এটা থাকিবই লাগিব। ময়েই থাকোঁ।" পাৰুলে তাৰ কথাষাৰ শুনি তলমূৰকৈ হাঁহি এটা মাৰিলে। হাঁহিটো লুকুৱাবলৈ চেষ্টা কৰিছিল যদিও তাৰ চকুত ধৰা পৰি গ'ল। তাৰো মনটো ভাল লাগিল। এই নভাঙনি দৰাক লৈ তাৰ বহুত সপোন। হাড়ক মাটি কৰি, তেজক পানী কৰি সি সেয়েহে মাটি ডৰাতে মৰ-কামোৰ দি লাগিছে। কিবা এটা কৰিবই।

ৰ'দজাক চোকা হৈছে। ডাৱৰৰ মুখৰ ৰ'দ। আজি কালি কিবা বতৰৰ মহিমা ধৰিবকে নোৱাৰি। কালিৰ বতৰৰ কথা মনত পৰি তাৰ পাৰুলৰ কথা আক' মনত পৰিল। কালি চিপ্ চিপীয়া বৰষুণ। পাৰুল কালিয়েই বৃন্দাবন ককাইদেউৰ ঘৰৰপৰা নিজৰ ঘৰলৈ যোৱাৰ কথা আছিল। পৰহিয়েই মাত লগাই গ'লহি। পিছে পুৱাৰেপৰা বতৰে যি গতি ধৰিলে পাৰুলৰ যোৱা নহ'লগৈ। আজিৰ ৰ'দজাক দেখি তাৰ মনতো চেঁচা পৰি গৈছে। বতৰ ভাল হলে দেখোন পাৰুল আজিয়েই যাবগৈ। যাবলৈকে ওলাল নেকি আক'। আজিও বতৰটো কালিৰ দৰে হোৱা হ'লে। কিবা কিবি অজুহাতত পাৰুল থাকি যোৱাটোকে সি বিচাৰে। আগতেও তিনি চাৰিবাৰমান সিয়েই কিবা কিবি লেঠা-পিঠাবোৰ দেখুৱাই তাই যোৱাটো হোহোঁকাই পিছুৱাই আছিল। পিছে ঘৰৰ পৰা তাগিদা আহিছে। বৃন্দাবন ককাইদেৱেও কৈছিল—"তাই

থকাৰবাৰে ভালেমান লেঠা মৰিছিল। বিশেষকৈ অকনমানজনীৰ। এতিয়া ভাবিছোঁ তাইকো মাহীয়েকৰ লগতেই পঠিয়াই দিম। মোমাইয়েকৰ ঘৰতেই থাকক।" প্ৰিয়নাথে পিছে একো নামাতিলে। কথাষাৰ শুনিয়েই বুকুখন হুমহুমাই যোৱাদি গ'ল।

বেলি আৰু ওপৰলৈ উঠি আহিছে। উদং পিঠিখনত ৰ'দ পৰি চেকচেকনি উঠিছে। সি হালখন সামৰিবলৈকে ঠিক কৰিলে। বোকাঘাটতে গৰুহাল ধুৱাই গোহালিত বান্ধিবগৈ। দানা পানী খুৱাব লাগিব। ঘাঁহ দুদালমানো বিচাৰ খোচাৰ কৰি নিব লাগিব। নৈতে জোবোৰাটো মাৰি যাব সি। বৃন্দাবন ককাইদেউৰ ঘৰৰপৰাও আহিবগৈ লাগিব। অকনমানজনীও যাব যেতিয়া নিশ্চয় আগবেলা নাযায়। ভাটি বেলাহে যাব। দুপৰীয়া ভাতসাজ নোখোৱাকৈ যাব নে?

ঘৰ পাওঁতে বেলি মূৰৰ ওপৰ পালেহি। প্ৰিয়নাথে পদূলিৰপৰাই মাকক চিঞৰিলে "বৌতি অ' ভাত হ'ল যদি বাঢ়।" ডুগঢ়াহক এগঢাহ কৰি ভাত কেইটা গিলিয়েই সি গেঞ্জিটো পিন্ধি বৃন্দাবনৰ ঘৰলৈ খোজ ল'লে। মাকে সুধিছিল,—"ভাতগাল গিলিয়েই দেখোন এই ভৰ দুপৰীয়াখন হুজং হুজংকৈ ওলাইছ? ক'তনো পঙ পঙাই ফুৰ গৈ?" সি বোলে, "সাউতকৰে এই-খিনিৰপৰা আহোঁ।" বৃন্দাবন ককাইদেউৰ ঘৰলৈ যাওঁ বুলি সি নক'লে। কিয় ন'কলে নিজেই সি নাজানে। ঘৰৰ কোনেও এইবোৰ কথা গমকে নাপায়। অথচ খোলা খুলি হ'বলৈ তাৰ সঙ্কোচ হয়। বৃন্দাবন ককাইদেউৰ নগুলামুখ পায়ো তাৰ লাজ লাগে। পৃথিৱীৰ সকলো মানুহে যেন তালৈকেহে চাই আছে। সি গ'লেতো বৃন্দাবন ককাইদেৱে নোপোৱাই পোৱাদি পায়। দিনটোত দহবাৰ গ'লেও বৃন্দাবন ককাইদেউৰ একেই ব্যৱহাৰ— "হেৰ প্ৰিয় আহিছে তামোল চালি এখন আন। চাহপানী অকণমান খাবি নেকি অ' প্ৰিয়। পাকল, ই বোলে চাহপানী নাখায়, বটাটোকে লৈ আহাচোন। মানচেদাৰ টিঙটো খৰি চাঙতে আছে, চুকলৈ চাবা, সি আ'ক মান চেদাকণ পালেহে ভাল পায়।" ইত্যাদি। তথাপি বৃন্দাবনৰ পদূলি মুখ পাওঁতেই তাৰ লাজ লাজ লাগে। বৃন্দাবন ককাইদেউক দেখিও লাজ লাগে। সি যে পাকলৰ কাৰণে আহিছে সেইষাৰ কথা যেন সকলোৱে জানি পেলাইছে। সি

সেইবাবেই পাকলক কাহানিও বিচৰাগৈ নাই। তাই ওচৰলৈ আহিলেও সি আনমনাৰ ভাও দিয়ে। কাৰোবাৰ চকু তাৰ ওপৰত পৰা যেন অনুভৱ হ'লেই সি পাকলৰ ফালে মূৰ মুঘুৰায়। যেন পাকলৰ স্থিতি সি ক'বকে নোৱাৰে।

চ'ৰা ঘৰৰপৰাই সি মাত দিলে বৃন্দাবন ককাইদেউক। মাত নাপালে। ঘৰখন নিজান নিজান অনুভৱ হ'ল। পাকল হয়তো গ'লগৈ। তথাপি সি আ'ক এবাৰ মাতিলে,—"অ' বৃন্দাবন ককাইদেউ।" ভিতৰৰ পৰা উত্তৰ আহিল 'কোন অ'। প্ৰিয়নাথে মাতটো চিনি পালে, জেঠাইৰ। সি, "মইহে জেঠাই, ককাইদেউ নাই নেকি?" বুলি ভিতৰ সোমাই গ'ল।

জেঠাই খুপি খুপিকৈ ওলাই আহিল। ক'লে, "চকলিয়ালৈ গ'ল। পাকলক থব'গৈ। সাত মান বজাতে গ'ল হ'বলা। মাজনীকো লৈ গ'ল। ঘৰখন উদং হৈ গ'ল বোপাই। মই যেন বোৱাৰীকহে দেখি আছো।" কথা কেইষাৰ কওঁতে জেঠাইৰ মাত কঁপিছিল। সঁচা, চন্দ্ৰা নবৌৰ মৃত্যুৰ কথা সি এতিয়াহে যেন বাৰুকৈয়ে অনুভৱ কৰিছে। কেনেকৈ চলিব বাৰু বৃন্দাবন ককাইদেউৰ ঘৰখন? বৃন্দাবন ককাইদেউ কামৰ মানুহ, কেতিয়াবা কাউৰীয়ে কা নৌ কৰোঁতেই ওলায়, ৰাতি এ:ডাখৰত সোমায়হি। বাৰেকুৰি লেঠাৰ মানুহ। মেল-মিটিঙৰপৰা আৰম্ভ কৰি গাওঁৰ ৰাইজৰ দৰ্খাস্ত লেখি দিয়ালৈকে হিচাব নাইকিয়াকৈ কাম কৰিব লাগে। ইয়াৰ উপৰিও আছে স্কুলখন। ক'বলৈ গ'লে বৃন্দাবন ককাইদেউৰ জোৰতে ঠাইখনত স্কুলখন হ'লগৈ। কম যুঁজ বাগৰ কৰিলেনে? ডি. আই. অফিচ, ইন্সপেক্টৰ অফিচলৈ মাকো মাৰিলে কম নে? স্কুল পিছে পাতিহে এৰিলে। ওচৰৰ বাগিচা কেইখনেও বৰ সহায়ো কৰিলে অৱশ্যে! ছুজন চাহাবে ছুহেজাৰকৈ টকাও দিলে। বাবু বিলাকেও চাঁদা দিলে। মাজত নপতা ফুকন হৈ গোলাপ মহৰীয়ে বিধি পথালি নিদিয়া হ'লে চাৰি বছৰ মানৰ আগতেই গ্ৰাণ্ট পালেহেঁতেন। গোলাপ মহৰীক কমিটিৰ প্ৰেচিডেণ্ট হবলৈ লাগে। বাগিচাৰ মহৰী কৰি বিটায়াৰ হৈ আহি তেওঁ ভাবিছে অঞ্চলটোত তেওঁতকৈ জনা বুজা কোনো নাই। কেইবাৰমান ইংৰাজী জানে—তাকে ফট্ ফটাই থাকে। বৃন্দাবন ককাইদেউ পিছে চুঙা চাই সোপা দিব পৰা মানুহ। গোলাপ মহৰীক মিটিঙতে

বৃন্দাবন ককাইদেৱে ধৰিলে বোলে, "আপুনি যে ইন্সপেকটৰ অফিচলৈ স্কুলৰ বিৰুদ্ধে দৰখাস্ত কৰিলে তাৰ পৰা আপোনাৰ কিবা লাভ হ'ল জানো? নিজে কৰিব নোৱাৰা কাম দহজনে মিলি কৰিছে, পাৰিলে সহায় কৰক, নোৱাৰিলে বহি থাকক। বাগিচাত চাকৰি কৰি থকা কালত কেতিয়াবা এই ঠাইখনৰ কথা ভাবিছিল নে? ভুমুকি এটা মাৰিছিল নে? আপোনাৰ ওচৰত প্ৰথম প্ৰথম চাঁদা বিচাৰি যাওঁতে বাৰেবাংকৰা কথাকৈ মানুহ কেইজন ঘূৰাই পঠিয়ালে। এতিয়া হিচাব, নিয়ম, আইন, এইবিলাকৰ লেকচাৰ মাৰি দেখুৱাবলৈ আপোনাৰ কোনো অধিকাৰ নাই।" গোলাপ মহৰী সেইদিনাৰ পৰা দেখাত চুপ, কিন্তু ভিতৰি ভিতৰি জ্বলি আছে। বৃন্দাবন ককাইদেউ ঘৰত নথকা সময়খিনিত জেঠায়ে অকলে অকলে কি কৰিব? চকুৰেও ভালকৈ নমনে, হঠাৎ কিবা অসুখ-বিসুখ হলে ওচৰে-পাজৰে খবৰ এটা দিবলৈকে দ্বিতীয় প্ৰাণী এটা নাই।

"মুঢ়া-চুঢা এটাকে লৈ বহচোন," জেঠায়ে ক'লে।

"নালাগে জেঠাই, মই যাওঁ ইই, বৃন্দাবন ককাইদেউক লগ পাবলৈকে আহিছিলোঁ।"

"বেলি ডুবাৰ আগতে ঘূৰি আহি পামহি বুলি কৈছে। সন্ধিয়া আহিবি ন'হলে।"

"এৰা, সন্ধিয়াই আহিম।"

"মই কৈছো বুজিছ প্ৰিয়; ঘৰখন এনেকৈ নচলিব। কেতিয়াবা দিন দুপৰতে মই পৰি মৰি থাকিলেও তইঁতক খবৰ দিবলৈ মানুহ এটা নাই। মই এইটো দেহাৰে কলো-জপোকৈ ফুৰিব নোৱাৰোঁ। অকণমানজনীৰ কথাও ভাবিবলগীয়া আছে। তইঁতেও বুজাবিচোন, পাৰুলকে দেখোন আনি থব পাৰে। লখিমী ছোৱালী, তাইৰ মাতষাৰ শুনিলেই বুকু শাঁত পৰে। বুজাবিচোন।"

পাৰুল! বৃন্দাবন ককাইদেউক বুজাব লাগে পাৰুলক বিয়া কৰাবলৈ। কোনোবাই তাৰ বুকুখনত খুন্দা মাৰি দিয়া যেন লাগিল।

## ভাগ্নি

গুড়গুৰীৰ নলীচাদাল একাষৰীয়াকৈ ওঁঠত লগাই বলোভদ্ৰ ফুকনে ফুলি থকা তগৰ জোপালৈ চালে। ফুল ডুপাহ সৰি আছে। কাৰোবাৰ হাত লাগিল নিশ্চয়। সতেজ ফুল। নিজে সৰিব নোৱাৰে। কোন সোমাইছিল! ওঁঠৰ পৰা নলীচাদাল উলিয়াই আনি ফুকনে সকল'ৰাক চিঞৰিলে "হেৰ সকল'ৰা, বোলো শুনিছনে।" "দেউতা" বুলি ভিতৰৰ পৰাই চিঞৰটো মাৰি সকল'ৰা কোবাকুবিকৈ আহি ফুকনৰ ওচৰ পালেহি।

বাৰীত কোন সোমাইছিল?

বাৰীত? ক'তা!

সৌ তগৰ ফুল ডুপাহ সৰিল কেনেকৈ?

কিবা পোক চোক—

মূৰ্খ, গৰু। সেই ডুপাহ পোক লগা ফুল নেকি? তহঁতবোৰ ক'ত মৰিছিলিগৈ। খবৰ উলিয়া বাৰীত কোন সোমাইছিল। যা, মোক কৈ যাবিহি।

সকল'ৰা সাউতকৈ তাৰ পৰা আঁতৰ হ'ল। সকল'ৰা আচলতে বয়সত একপ্ৰকাৰ বুঢ়াই। ডুকুৰি পাঁচ বছৰীয়া মানুহ। আঠ বছৰ মানতে আনিছিল ভকতপাৰাৰ পৰা। ফুকনৰ দেউতাক, বুঢ়া দেউতা থকা দিনতে। তেতিয়াই সকল'ৰা বুলি মাতিছিল। সেইটো নামহে ৰ'ল। বয়স বাঢ়ি গ'ল। ইয়াতে ৰ'ল। ঘৰ সংসাৰ বেলেগে নহ'ল। মাজে মাজে গাঁৱলৈ গৈছিল। লাহে লাহে গাঁৱলৈকো নোযোৱা হ'ল। ভকত পাৰাৰ গাঁঠিৰামৰ মাজুজনী ছোৱালীলৈ তাৰ মৰম লাগিছিল, তায়ো আসৈ দিছিল। ডুটা বিহুত গামোছাও দিছিল। কৈছিলেও, "চাবা আক' য'তে ত'তে এইবোৰ কথা কৈ নুফুৰিবা।" কথা বুলিলেই বতাহ। শত্ৰু বহুত। পিতাইক কোনোবাই ওলোটা বুজাব।

সেঠা ছিগিব।” সি কাকো এইবোৰ কোৱা নাছিল। সেউকনকে সকলো কয়। সুখ দুখৰ কথা সেউকনৰ আগত ক'লে মনটো মুকলি লাগে। পিছে এইবাৰ কথা, বিহুত গামোছা দিয়াৰ কথা, সি কিন্তু সেউকনকো নক'লে। আজিলৈকে নোকোৱাকৈয়ে থাকিল। চেৰেলীৰ বাবে খুজিবলৈ যাওঁতে গাঁঠিবামে একেষাৰেই ক'লে, “ফুকনৰ ঘৰৰ চাকৰটোলৈ মোৰ ছোৱালী নিদিলেহে পাৰিছো।” কথাষাৰ শুনিয়েই তাৰ বুকুখন মোচোৰা খাই গ'ল। কেইবাদিনো চাটি-ফুটি কৰি কটালে। তাৰ পিছৰে পৰা সেইকালে মুকে নকৰা হ'ল। কিবা এটা বুজাব নোৱাৰা অভিমান হ'ল তাৰ। চেৰেলীকো সি তাৰ পাছত আৰু দেখা নকৰিলে। খবৰ একোটা লৈ থাকিবলৈ হেপাহ হয়। এদিন খবৰ পালে চেৰেলীৰ বিয়া হ'ল। চেনীজানৰ গোলোকৰ লগত। ভকতপাবাৰ পৰা চেনীজানলৈ কুৰি মাইল। ভকত পাবালৈ তাৰ আহ-জাহ-আছিল। তাৰ বায়েকৰ ঘৰ। সকল'ৰাই সেই সূত্ৰে আগৰে পৰাই চিনি পায়। চেৰেলীৰ কথা মনত পৰিলে মনটো তাৰ এতিয়াও মোচোৰা খায়। এবাৰ মুখখন চাই আহিবলৈ' হেপাহ হয়। মাজে মাজে ভাবো হয়— ভুলেই কৰিলে নেকি? বাপেকে তেনে এষাৰ কথা ক'লে বুলিয়েই সিটো নিজে তাইক সুধিব লাগিছিল। তাই কিজানি আন কিবা উপায় দিলেহেঁতেনেই। এইযাৰ কথা যেতিয়াৰ পৰা ভাবিবলৈ ল'লে তেতিয়া অৱশ্যে সময় পাৰ হৈ গ'ল। চেৰেলী ইতিমধ্যে গোলোকৰ ঘৈণীয়েক হ'ল। গাৰ্ঁৰ লগত তাৰ সম্বন্ধও শেষ হৈ গ'ল। ফুকনৰ অতি বিশ্বাসী মানুহ এই সকল'ৰা। প্ৰতিটো কথাতেই তাক নিচিঞৰিলে নহয়। শ্ৰীমতী ফুকননীয়েও মাজে মাজে এইলৈয়েই ফুকনক জোকায়। টিঙিচ কৰে খঙো উঠে সকল'ৰাৰ ওপৰতে। গালি-শপনি পাৰে। সকল'ৰাবো এনে হ'ল যেন ফুকনৰ ভকছা খাবলৈ নাপালে পা সুত নালাগিবই। সিও মাজে মাজে ফুকনৰ লগত ধেমালি কৰে। ফুকনৰ লগত ধেমালি কৰিব পৰা সাহস আন বনকৰা মানুহৰ নাই। সেইবুলি ফুকনকে আৰু' বাঘৰ সমান ভয়ো কৰে।

বলোভদ্ৰ ফুকন মণ্ডলৰ পৰা পেঞ্চাৰ হৈছিল। খেতি মাটিয়েই কুৰি পুৰাৰ ওপৰ। বাৰী মাটি দহ বিঘা। প্ৰকাণ্ড চৌহদ। বিধে বিধে গছ। আম, কঠাল, লেতেকু, পণিয়ল, মাটি কঠালৰ পৰা তেজ-পাতলৈকে সকলো

বাৰীখনতে আছে। পেঞ্চন হোৱাৰ আগে আগে পকীঘৰো সজালে। তাৰ পিছত 'ৰিটায়াৰ' হ'ল। গাওঁখনত ফুকন মাতব্বৰ। মেলে-মিটিঙেও ফুকন নাথাকিলে গুৰুতৰ সিদ্ধান্ত কোনেও ল'ব নোৱাৰে। কেতিয়াবা গুৰুত্বপূৰ্ণ সভালৈ যাব নোৱাৰিলে ফুকনে নিজৰ সিদ্ধান্ত জনাই দিয়ে, সেয়ে সভাৰ সিদ্ধান্ত হৈ পৰে। এই জন ফুকনৰ মুখা মুখী হবলৈ গাওঁখনত সাহস কৰিছে কেৱল প্ৰিয়নাথে। এবাৰ কালভাৰ্ট এটা বহুৱাবলৈ ফুকনে যিকণ ঠাই দেখুৱাইছিল, প্ৰিয়নাথে তাৰ পৰা সাত আঠ নল আঁতৰলৈ নিলে। যুক্তিত প্ৰিয়নাথ জিকিল। প্ৰিয়নাথৰ লগত ফুকনৰ বিৰোধৰ সেয়েই সূত্ৰপাত। ফুকনে বুজিলে, এবাৰ বিৰোধিতা কৰিব পাৰিলে যেতিয়া ভৱিষ্যতলৈও সাহস বাঢ়িব, আনৰ সাহসকো বঢ়াব। সেয়েহে প্ৰিয়নাথক ফান্দত পেলাবলৈ ফুকনে চেলু বিচাৰি ফুৰিলে। কিন্তু আজি-কালি দিন কাল বদলি হ'ল। ৰঙা চকু দেখুৱাই কিবা এটা কৰাৰ দিন উকলিল। তাতে চৰকাৰী চাকৰিত থাকোতে যহন-তহন, দহোটাই ভয় কৰিছিল। স্বাৰ্থও আছিল। পেঞ্চন পোৱাৰ পিছত ডেকা ল'ৰা মখাই দৰ নকৰে। সাত পাঁচ গুণি ফুকন ভালেদিন তভক মাৰি আছিল। যেই শুনিলে শিমলু তলৰ মাটি ভাঙি সি খেতি কৰিবলৈ ধৰিছে, সেই তেওঁ বিচাৰি ফুৰা সুবিধা এটা হাততে পালে। কিন্তু হুৰমুৰকৈ কিবা এটা কৰি পেলোৱাৰ ইচ্ছা তেওঁৰ নাই। পানী খুৱাব লাগিব। দুই এটা খেতি সেই মাটিত কৰক। মোহ বাঢ়ক। দেহৰ ঘাম আৰু পৰক তাৰ পিছতহে কিবা এটা কৰা ভাল। কঁকালত এনে কোব দিব লাগিব যাতে গোটেই জীৱন সি উঠি বহিবলৈ বল-সাহস গোটাব নোৱাৰে। প্ৰিয়নাথক এসেকা দিয়াৰ কথাটো ভাবি থাকোতেই দুদিনৰ আগতেই ঘটিল এক কাণ্ড। ফুকনৰ সাত পুৰা একচনীয়া মাটিত এখন খেৰণি আছে। চৰকাৰী মাটি। প্ৰিয়নাথে খবৰ পালে বোলে সেই টুকুৰা আচলতে চৰকাৰী মাটি বাইজক দিছিল। প্ৰিয়নাথহঁত সকতেই কুশ দাইটি, সমীৰণ পেছা, নিতাই মাষ্টৰ, জগত নেওগ আদি কেইজনমানে যুৱক সংঘ খুলিছিল। সভাপতি আছিল বলোভদ্ৰ ফুকন, সম্পাদক জগত নেওগ। বাজছৰা খেল পথাৰ, লাইব্ৰেৰী আৰু মহিলা সমিতিৰ বাবে যুৱক সংঘই লাগি সেই মাটিখিনি লৈছিল চৰকাৰৰ পৰা। জগত নেওগহঁত চাকৰি পাই দিহিঙে

ফিপাণ্ডে গ'ল। গাওঁ এৰি টাউনত মাটি বাৰী কিনি টাউনতে নিগাজী হ'ল। সমুদায় কাগজ-পত্ৰ থাকিল ফুকনৰ হাতত। মণ্ডলৰ হাতত সেইবোৰ থাকিলে, মণ্ডলক সভাপতি পাতি ল'লে, মাটিৰ নামজাৰিৰ পৰা আদি কৰি সকলোবোৰ লেঠা-পিঠা মাৰিবলৈ সুবিধা হ'ব বুলিয়েই ফুকনক সভাপতি পাতি লোৱা হৈছিল। গাঁৱৰ বাইজে কথাৰ সমুদায় ভু-পোৱা নাছিল। পিছে কেনেবাকৈ গম পালে প্ৰিয়নাথে। এবাৰ জগত নেওগক লগ পাওঁতেই কথাটো ওলাল। কথাটো শুনি আহি আক-তাক প্ৰিয়নাথে ক'লেহি। চেটেলমেণ্ট অফিচত চাকৰি কৰে পাৰুলৰ সক খুড়াকে। তেওঁকে খাটি-খুঁটি প্ৰিয়নাথে কুৰি বছৰৰ আগৰ দৰ্খাস্তখন আৰু তাত সেই সময়ৰ 'ৰেভিনিউ মিনিষ্টাৰে' লেখি দিয়া কথাটো উদ্ধাৰ হ'ল। ৰেভিনিউ মিনিষ্টাৰে লেখি দিয়া কথা কেইটাও পাৰুলৰ খুড়াকে কাগজ এটুকুৰাত লেখি আনি দিলেহি। মন্ত্ৰীয়ে লেখিছিল, "ৰাজহুৱা কামত ব্যৱহাৰৰ কাৰণে আবেদনত উল্লেখিত চৰকাৰী মাটিখিনি উক্ত সংঘৰ নামত দিয়াটো উচিত হৰ"। সেইখিনি মাটিতে ফুকনৰ খেৰৰ খেতি। বছৰি কেইহেজাৰমান টকা উপাৰ্জন হয়। প্ৰিয়নাথে ধৰিলে যে সেই খেৰ, সেই ধন, ৰাইজৰ। ৰাজহুৱা কামত খটাব লাগে। এই মৰ্মে ফুকনক প্ৰিয়নাথেই কথাটো ক'লেগৈ। লগত আৰু দুজনমান গৈছিল। সিইঁত পিছে হাঁহেৰেও ৰাজি, মাহেৰেও ৰাজি। কথাষাৰ শুনিয়েই ফুকনৰ ধিমিক ধামাকৈ জ্বলি থকা জুইত ঘিউ পৰিল। দাঁত কৰচি উঠিল। বোলে, "প্ৰিয়নাথ, তই সমাজৰ কাম কৰিবলৈ আহিছ হ'ব পায়? কৰ। কিন্তু বাঘৰ নেজেৰে অনাহকত কাণ-খজুৱাবলৈ নাযাবি। সেই মাটিত এতিয়ালৈকে মোৰ বহু হেজাৰ চেৰেক খৰছ পৰিল। এতিয়া হিচাপ-নিকাচ কৰি দিওঁ নেকি? খৰছ কৰা ধনখিনি মোক দে। মাটি লৈ ল। পিছে মনত ৰাখিবি মাটি এতিয়াও একচনীয়া। বছৰি বছৰি খাজানাময়েই দিছোঁ। সংঘ চংঘ কাহানিবাই মৰি ভূত হ'ল। পুঁজি বুলিবলৈ ফুটা কড়ি এটাও নাছিল। বৰং যি দুই চাৰি বছৰ সংঘ চলিছিল ক'বলৈ গ'লে ময়েই গাঠিৰ ধন ভাঙি চলাইছিলোঁ। সেইবোৰ হিচাব অথন ধৰাই নাই।" এইষাৰ কথাৰে পৰা ফুকন ভিতৰি ভিতৰি জ্বলি আছে। দিনে নিশাই চিন্তা কৰিছে প্ৰিয়নাথক কেনেকৈ হাতৰ মুঠিলৈ আনি নাকত ধৰি চাকত ঘূৰাব পাৰি। গুৱা পা ধুই

গোসাঁই ঘৰত সোমায়ো এইযাৰ কথাকে চিন্তা কৰিছিল। কাউৰীয়ে কা নো কৰোতেই শোৱা-পাটি এৰা ফুকনৰ অভ্যাস। দহনম্বৰী কোৰখন লৈ বাৰীত লাগে গৈ। পোহৰি পোহৰি হওঁতেই দুয়োজনী বোৱাৰী উঠে। সৰুজনীয়ে চোতাল ঘৰ সাৰে, বৰজনীয়ে পিছফালৰ পুখুৰীতে গাটো ধুই গোসাঁই ঘৰৰ বনখিনি কৰে। বৰবোৱাৰীয়ে গোসাঁইৰ কাম খিনি কৰাৰ পিছতেই ফুকনে গাটো তিয়াই আহি গোসাঁই ঘৰ সোমাইহি। নাম প্ৰসংগ কৰে। ভালেমান সময় লয়। গোসাঁই ঘৰৰ পৰা ওলাই আহিয়েই পোনেই পাকঘৰৰ মজিয়ালৈ যায়। প্ৰকাণ্ড মজিয়াখনৰ একাষে এটি ভেটি। ফুকন তাতে বহে। এসময়ত এই ভেটিতেই বহিছিল ফুকনৰ দেউতাক ৰমাকান্ত ফুকন। তেওঁৰ অবিহনে যিদিনাৰে পৰা বলোভদ্ৰ ফুকন ঘৰৰ মূল মানুহ হ'ল, সেই দিনৰে পৰা সেই স্থান ল'লে তেওঁ। পুৱাৰ চাহ, দুপৰীয়া-গধুলিৰ ভাত সেই ভেটিতে তেওঁক দিয়া হয়। পুৱাৰ জলপান মুঠি খায়েই কাষত যতনাই থোৱা বটাটোৰ তামোলখন লৈ মুখত ভৰায়। আগফালৰ বাৰন্দাত বহেহি। সৰুল'ৰাই গুড়গুৰীটোত ধপাত চিলিম লৈ আহি নলীচাদাল হাতত তুলি দিয়ে। বাৰান্দাৰ পৰাই কেউফালে এপাক চায়। কোনটো পুলিত কেৰোণ লাগিল, কোনটোৰ পাত পকিল, কোনটো পুলিত মাটি চপাই দিব লাগিব, কোনজোপা ফুল গছৰ ফুল ছিঙি নিয়া হ'ল—সকলো ফুকনৰ চকুত পৰে এই সময়তেই। আজিও তগৰ দুপাহ, নিবেমাৰী, নিঘুনি, দুপাহ তগৰ ফুল, এনেদৰে অকস্মাত সৰি থকাত ফুকনৰ চকু প'ল। সৰুল'ৰাক অনুসন্ধান কৰিবলৈ পঠিয়ালে। সৰুল'ৰাই অনুসন্ধান কৰি আহে মানে ফুকনে 'আক' এবাৰ চিন্তা কৰিলে প্ৰিয়নাথক কেনেকৈ মুঠিলৈ অনা যায়। বিপদত তাক পেলাব লাগিব আৰু বিপদৰ পৰা উদ্ধাৰো কৰিব লাগিব। তেহে হাতৰ মুঠিলৈ আহিব।

"চোৰ ওলাইছে দেউতা" সৰুল'ৰাই আহি ক'লেহি, "মহৰী দেউতাৰ নাতিয়েকটো আহিছিল। মাজু পুতেকৰ ল'ৰাটো। বৰ তিথৰ। সিয়েই চাগে।"

পিছৰ কথাখিনিলৈ কাণ দিবলগীয়া ফুকনৰ নহ'ল। মহৰী, মানে গোলাপ মহৰীৰ কথা ইমানপৰে ফুকনে পাহৰিয়েই আছিল। গাৱঁলৈ অহা দুদিনমানহে হৈছে মানুহটোৰ। ইমানদিন বাগিছাৰ চাকৰিতে আছিল।

মানুহটোৰ হাৱভাৱ ফুকনে লক্ষ্য কৰিছে। ফুকনৰ লগত সমানে সমালোচকৰ মাৰিব খোজে। মহৰীয়েও 'গাওঁখনত' মানুহ অলপ গোটাইছে। মাজতে এবছৰমানেই বলোভদ্ৰ ফুকনে গাৱঁৰ মেল-মিটিং, আলোচনা-বিলোচনা এৰি দিছিল। ফুকনৰ মাজে মাজে ভৰিৰ বিষ এটা হয়। উঞ্চছি পৰে। ডাক্তৰে কয় 'গাউত'। বেজ, কবিৰাজ, ডাক্তৰ লাগিও ভাল কৰিব পৰা নাই। মাজে মাজে বেয়াকৈ ধৰে। চেঙালুতি পাৰি থাকিব লাগে। এবছৰমান সেইটোৰ বাবেই ওলোৱা নাছিল। সেই সময়ত গোলাপ মহৰীয়েই সুবিধা ল'লে। ফুকনে খা-খবৰ পাই আছিল। গছ নাইকিয়া ঠাইত এৰা-গছেই বৰ গছ হোৱাৰ লেখিয়া হ'ল। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছতহে যি দেশপ্ৰেমিক হ'বলৈ, ৰাইজৰ সেৱক হ'বলৈ বৈ থাকে, সেই সকলৰ ভিতৰৰে গোলাপ মহৰী। কথাবোৰ শুনি ফুকনৰ গা তহ্‌তহাই থাকে। পেটে পেটে গোলাপ মহৰীক বাটৰ ছল বুলি ভাবিলেও ফুকনৰ ব্যক্তিত্ব গোলাপ মহৰীৰ ওচৰত যথেষ্টই উজ্জ্বল। প্ৰথম কাৰণ—বলোভদ্ৰ ফুকন আজীৱন গাৱঁখনৰ লগতেই জড়িত। গাৱঁত থাকিয়েই চাকৰি কৰিছিল। দ্বিতীয় কথা বলোভদ্ৰ ফুকনৰ পৰিয়ালৰ এক ঐতিহ্য আছে আৰু গাম্ভীৰ্য্যও আছে। ফুকনৰ তুলনাত মহৰী ন-চহকী। ফুকনে জানে যে মহৰীৰ লগত বৃন্দাবনৰ ভাল নহয়। আনহাতে বৃন্দাবন আৰু প্ৰিয়নাথৰ একে নলীয়েই পানী যোৱা। গতিকে প্ৰিয়নাথৰ লগতো মহৰীৰ বেয়া হোৱা স্বাভাৱিক। বৃন্দাবনৰ লগত শত্ৰুতা কৰাৰ ইচ্ছা ফুকনৰ নাই। তাৰ প্ৰথম কাৰণ মানুহটোক সৰহ ভাগেই মানে, বিশেষকৈ ডেকা মখাই বৃন্দাবনৰ নামত সকলো কৰিবলৈ সাজু। দ্বিতীয় কথা, বৃন্দাবন লেখা-পঢ়া জনা মানুহ। এনে মানুহ হাতত থকা ভাল। তৃতীয় কথা, কোনো কথাত পৰোৱাই কৰা মানুহ বৃন্দাবন নহয়। লাট মণ্ডলৰ পৰা মন্ত্ৰীৰ ওচৰলৈকে বৃন্দাবন ঘপাঘপ যাব পাৰে। ইংৰাজী, হিন্দুস্থানী, বঙালী ফৰাফৰ ক'ব পাৰে। অসমীয়াৰতো কথাই নাই। গতিকে বৃন্দাবনক হাতত ৰাখিবলৈকে ফুকনে বিচাৰে। তাৰ ঘৈণীয়েক ঢুকুৱাৰ পিছত খবৰ ল'বলৈ বুলি ফুকন নিজে তাৰ ঘৰলৈ গৈছিল। পাৰুল বোলা শুলশালীয়েক জনীকো লগ পাইছিল। বৃন্দাবনৰ ঘৈণীয়েকজনী ঢুকুৱাৰ কিছু দিনৰ পিছতেই সকলোৱে ফুকনক প্ৰিয়নাথৰ সম্পৰ্কে এটি খবৰ দিছিল। কত কেইআশী-

মান, নাৰিকল ছুঁটা, চেনী আলপ সকল'বাৰ হাতত দি পঠিয়াইছিল বৃন্দাবনৰ ঘৰলৈ। সি বুলি অহাৰ পিছত প্ৰাজ্ঞৰ বাবে বস্তা পৰলাৰ কি দিহা কৰিছে বুলি ফুকনে তাক সুধিলে। সি বোলে, "প্ৰিয় ককাইদেউ বস্তা পৰলাতে লাগি আছে। গাৱঁৰ ভেকাজাক আছেই।"

ফুকনে ক'লে, "বৃন্দাবনৰ লগত প্ৰিয়নাথৰ বোলে একে নলীয়েই পানী যোৱা ?"

—দুই এটাই কোৱা কুই কথা শুনিছো বৃন্দাবন ককাইদেউৰ খুলশালীয়েক জনীক বোলে প্ৰিয়নাথ ককাইদেৱে আনিব।

—কোনে ক'লে তোক ?

—শুনা কথাহে, দুই এজনে কৈছে।

—ইয়াতে থকা জনীক ? পাকল বোলা জনীক ?

—শুনাত তেনেই শুনিছো।

এই খবৰটো ফুকনে শুনিহে থৈছিল। এতিয়া ভাবিবলৈ ধৰিলে। বৃন্দাবনৰ ঘৈণীয়েক চন্দ্ৰাৰ জীৱিত কালত তাই দুবাৰ নে তিনিবাৰ ফুকনৰ ঘৰলৈকো আহিছিল। ফুকনৰ সকজনী জীয়েক বাসন্তীৰ ওচৰলৈ। বাসন্তীয়ে আৰু' তাইক প্ৰদীপলৈ অৰ্থাৎ ফুকনৰ সক পুতেকলৈ আনিব পাৰে নেকি চাবলৈ কৈছিল। তাইৰ গুণ বখানি ততেই নাছিল। ফুকনে শুনি হাঁহিছিল। প্ৰদীপৰ বিয়াৰ কথা তাইক চিন্তা কৰিবলৈ মানা কৰিছিল। সি পঢ়ি আছে। পঢ়া-শুনা শেষ নৌকৰোতেই বিয়াৰ কথা ভাবিবৰ হোৱা নাই বুলি কৈছিল। খৰগপুৰত ইঞ্জিনিয়াৰিং পঢ়ি থকা সক পুতেকে যে ডাঙৰ মানুহৰ ঘৰৰ ভাল পঢ়া শুনা ছোৱালী পাব সেই সম্পৰ্কে ফুকনৰ তিলমানো সন্দেহ নাই। আনহাতে ফুকনৰ দৰে মানুহে বৃন্দাবনৰ শহুৰেকৰ ঘৰৰ মানুহৰ লগত সম্বন্ধ পাতিব নোৱাৰে। বোলে সমানে সমানে কৰিবা কাজ, হাৰিলে জিকিলে নাই লাজ। বাসন্তীৰ প্ৰস্তাৱত, তাইৰ ইচ্ছাত, ফুকনে মাথোন নিজে নিজে হাঁহিলে। কিন্তু প্ৰিয়নাথে সঁচাকৈয়ে সেই ছোৱালীজনীক বিয়া কৰাবলৈ বিচাৰিছে নেকি ?

## পাঁচ

কালিয়েই মৈয়াই থৈ অহা শিমলু তলৰ মাটি দবাত কাইলৈ ৰোৱনী লগাব বুলি মাকক সি আগতেই কৈ থৈছিল। কঠিয়া আজিয়েই পেলাই থৈ আহিল। কঠিয়া তলিৰ পৰা মাটি দবালৈ দূৰ আছে। আজৰি পিজৰি হৈ আহোতে সন্ধ্যা লাগি ভাগিল। মাকক ক'লে—"ভাত মুঠি সোনকালে ৰান্ধিবি বৌতি। খাই শুই থাকিব লাগিব। কাইলৈকে ৰোৱাখিনি শেষ কৰিব লাগিব। ববৰৌ, মাখনী খুড়ী, দেৱলাহঁতক খবৰ এটা দি আহোঁগৈ, কাউৰীয়ে কা কৰাৰ আগতেই যেন আহে।" এই বুলি সি ৰোৱনী কেইগৰাকীক খবৰ দিবলৈ বুলি ওলাই গৈছিল। বাটতে পাওক বৃন্দাবন ককাইদেউক। তিনি-চাৰিদিন মান সি বৃন্দাবনক লগেই পোৱা নাছিল। আহৰি হ'লেহে। এইবাৰ সি শিমলু তলৰ মাটিত খেতি কৰিবই। যোৱা বছৰ যি অলপ কৰিছিল সেইখিনি নামতহে। এইবাৰ পিছে সি প্ৰায় এপুৰা মাটিকেই চহাই হাল বাই মৈয়াই পেলাইছে। এই এপুৰা, এপুৰাই হ'ব চাগে, মাটিত সি এইবাৰ ধান কৰ। গতিকে মৰো জীউ সোঁ অধিকৈ সি যোৱা তিনিদিন বাৰ ঘণ্টা মানকৈ কামকে কৰি আছিল। জেওৰাখনো দিব লগা হ'ল। ৰখোতা মানুহ নাই, ওচৰৰ গ্ৰেজিঙৰ পৰা কোন তলকত উদঙীয়া গৰু আহি সোমাইহি তাৰেই বা কি ঠিক। গতিকে সি এপুৰা মাটিৰ চাৰিওকাষে জেওৰা দিব লগা হ'ল। সেই কামো অকলেই কৰিলে। বাবু চাহাবৰ ল'ৰা কানহায়ে মাজে মাজে পাক মাৰি থাকে। কথাটো তাৰ ভাল নালাগে। মানুহটোৰ সজাত নাই। মুখখন বৰ মিঠা। কথা পাতিলে হিয়া উজাৰি কথা পতা যেন লাগে, পিছে ভিতৰি গৰল। সুমুৱাই দিওঁ বুলি গৰু সুমুৱাই দিব পাৰে। ইহঁতে লোকৰ হোৱা দেখিব নোৱাৰে। সকলো ভোগ যেন সিহঁতেই কৰিব। গতিকে ভুঁই ৰোৱাৰ আগতেই সি জেওৰাখন দি ল'লে। বৃন্দাবন ককাইদেৱে তাক

দেখিয়েই প্ৰায় চিঞৰি উঠিল, "তোক দেখোন প্ৰিয় একেবাৰে চন্দ্ৰ সূৰ্য্যয়ো নেদেখা হ'ল। কথা কি।" প্ৰিয়নাথে তাৰ সকলো কথা ক'লে। লগতে ইয়াকো ক'লে যে ঘৰত বিয়া পাতিবলৈ গোটেই মথাই জোৰ দি লাগিছে। মাকৰ চকুতো দুজনীমান ছোৱালী পৰিছে। পিছে সিহে একো কোৱা নাই। মাকৰ মন আছিল এই বেলিয়েই কিবা এটা কৰাৰ। সেয়েহে বোৱনী বিচাৰিবলৈ যাব লাগিব বুলি কোৱাত মাকে হেনো একো নামাতিলে। মুখখন গোমোঠাহে কৰিলে। এইষাৰ কথা সি বৃন্দাবনৰ আগত হাঁহি হাঁহিয়েই ক'লে। বৃন্দাবনেও কথাৰ চলতে তাৰ নিজৰ কথা ক'লে—"ঘৰখন নচলা হৈছে বুজিছ, বৌতিয়ে পুৱা গধূলি মোৰ বিয়াৰ কথাকে মন্ত্ৰ মতাদি মাতি থাকে। মাজনীক লৈয়ো কমতো সমস্যানে। বৌতিক ভালেমান দিন ক'লো— মাজনীক মোমায়েকৰ ঘৰলৈ পঠিয়াই দিওঁ। মাহীয়েকে চাব। নাই, নাতিনী এৰিও বুঢ়ী থাকিব নোৱাৰে। সিফালে তায়ো যিহে আমন-জিমনকৈ থাকে। মুখখন দেখিলে মোৰো বুকুখন কিবা গধুৰ গধুৰ লাগে। আজি তাইক আক চকলীয়ালৈ লৈ গ'লো। মাহীয়েকক পাই তাই এতিয়া আহিবকে খুজিলে। মই এতিয়া তাৰ পৰাই আহি আছোঁ।"

'—ৰাতি পুৱাই গ'লা?

—দহমান বজাতে গ'লো। বৌতিয়ে সিফালে দঢ়াই দঢ়াই কৈ পঠিয়াইছিল মাজনীক এৰি থৈ নাহিবলৈ। দিনতো মই ওলাই যোৱাৰ পিছত বৌতিৰ লগ বুলিবলৈ আৰুতো কোনোৱেই নাই।

—এৰা ককাইদেউ, কিবা এটা কৰা।

— বৰ জুলুমত পৰিছোঁ প্ৰিয়, কোনতো ধৰো, কোনতো এৰো ঠিৰাং কৰিব পৰা নাই। ঘপকৈ মানুহ এজনী আনি সুমুৱাবহি নোৱাৰি। মোৰ কথা জানই, ঘৰ-সংসাৰৰ কথাকে ভাবি থাকিবলৈ সময় নাই। আক' ভাবিছোঁ, মাজনীৰ কথা ভাবি এজনী আনি ঘৰ সুমুৱালোহিয়েই যেনিবা, জানোছা পিছত মাজনীৰ দুখ চৰেহে!

—আচল বিপদতো জেঠাইক লৈহে ককাইদেউ—

তাকে অ,' বৌতিক লৈয়েই আচল বিপদ। চকুহাল ভাল নহ'ব বুলি ডাক্তৰে ক'লেই। কিবা এটা কৰিবলৈ গৈ আন কিবা এটা কৰেগৈ।

এদিন কি কৰিলে জান, হাঁহি হাঁহি মৰিবি আৰু। হুল কি নাৰিকলৰ কোমোকাটোকে বঙা লাও থুলি খুব কাটিব খুজিছে। টান পোৱাতহে লিখিকি বিদাৰি চাই দেখে ৰঙালাও নহয় নাৰিকল।

—সঁচা ককাইদেউ, কিবা এটা কৰা, নহ'লে কেতিয়াবা দেখিবাহি জেঠাই লাং খাই পৰি আছে, মুখত পানী অকণমান দিওঁতা নাই।

—তাকেতো প্ৰিয়, তোৰ আগত আৰু নকৈ কি, বৌজিৰ ইচ্ছা পাৰুলক অনা। মই মত দিবলৈ অসুবিধা পাইছো। আনহাতে পাৰুলৰ মাক দেউতাকৰো মন, বিশেষকৈ মা-জনীৰ কাৰণে, একেবাৰে পঠিয়াই দিয়া।

—পাৰুলৰ একা ?

কথাষাৰ তাৰ মুখৰ পৰা কেনেকৈ কি সুৰত ওলালে সি নিজেই ধৰিব নোৱাৰিলে। সি এটা অবুজ বিষ অনুভৱ কৰিলে তাৰ বুকুত। বৃন্দাবনে দিনে পোহৰে হোৱা হলে হয়তো তাৰ মুখৰ ৰং পৰিবৰ্ত্তনৰ অলপ হলেও আভাস পালেহেঁতেন। ভাগ্যে ইতিমধ্যে চাৰিওকাষে যথেষ্ট আন্ধাৰ।

—পাৰুলৰ কথা মই নাজানো বুজিছ প্ৰিয়। মইনো কোন মুখেৰে সোধো। মাক দেউতাকে সুধিছেনে নাই তাকো নাজানো। আচলতে পাৰুলক তেনে ৰূপত মই কাহানিও ভবা নাই। ভাবো কেনেকৈ কচোন। চন্দ্ৰাৰ লগত মই বৰ সুখী আছিলো। হেজাৰজনী পাৰুল আহিলেও মই মোৰ সেই দিন কেইটা পাহৰি যাব নোৱাৰো।

প্ৰিয়নাথে স্পষ্টকৈ শুনিবলৈ পালে যে বৃন্দাবন ককাইদেউৰ মাত ঠোকা-ঠুকি হৈছে। বুকুত হয়তো শোকে খুন্দা মাৰি ধৰিছে। চন্দ্ৰানবৌ ঢুকুৱা বছেৰেক হোৱাই নাই, ইমান সোণকালে সেই হেন মানুহজনীক পাহৰে কেনেকৈ ? সিয়েই পাহৰিব পৰা নাই। বৃন্দাবন ককাইদেউৰ ঘৰখনেই শ্ৰীহীন হৈ পৰিল। সেই অভাৱ কোনেনো সতকাই পূৰাব পাৰিব ?

এটা সময়ত বৃন্দাবন ককাইদেউ আঁতৰি গ'ল। প্ৰিয়নাথৰ সকলো উৎসাহত যেন চেঁচা পানী ঢালি গ'ল। শিমলু তলৰ মাটি দৰা পিছদিনা কৰবলৈ সকলো যা-যোগাৰ কৰি থৈছে। বোৱনীক খবৰ দি থৈছে, মাথোন আৰু' এবাৰ মনত পেলাই দিবলৈ বুলি আহিছিল, কিন্তু যি উৎসাহেৰে আহিছিল, সেই উৎসাহ যেন নাইকিয়া হৈ গ'ল। তথাপি যন্ত্ৰ চালিতৰ

দৰেই সি ইথৰ-সিথৰলৈ গৈ পিছদিনা শিমলু তলিৰ মাটিদ'বাত ভুঁই কৰলৈ যাব লগা বোৱনী কেইজনীক সোঁৱৰাই থৈ গ'লহি। ঘৰ সোমায়েই সি জুপুকা মাৰি বহিলে। কাকো যেন মাত বোল নকৰিব, কাৰো সতে কথা-বতৰা নহ'ব। ইটোৰ পিছত সিটোকৈ ছুটা বিড়িও খালে। সচৰাচৰ সি গোটেই দিনটোত ছুটা বা তিনিটাহে বিড়ি খায়। সি আহি ঘৰতে বহি থকাৰ কথা মাকেও ভালেমান সময় ধৰি ক'বকে নোৱাৰিলে। এবাৰ আথলৰ পৰা ওলাই আহোঁতেহে মাকৰ চকুত পৰিল আন্ধাৰে মুন্ধাৰে ঢেঁকী শালত কোনোবা এটা বহি আছে। মাকে প্ৰথমে চক্ খায়েই উঠিছিল। মুখৰ পৰা ওলাই আহিছিল—কোন অ' সেইটো বোলো—

—মইহে বৌতি

—প্ৰিয় ?

—অ'

—এন্ধাৰে মুন্ধাৰে ভুত বহাদি বহি আছ দেখোন।

—এনেয়ে

— ৰবৌ আৰু মাখনী খুড়ীয়েৰৰ তালৈ গৈছিলি ?

—ও, কাইলৈ আহিব

—দেৱলা একা ?

—গা ভালে থাকিলে আহিব বুলি কৈছে।

—সেয়েহ সুধিলো, আহাৰৰ তিনিদিনতে তাই চুব নোৱাৰা হৈছিল, আজি শাওনৰ চাৰি নহয় জানো ?

—সেইবোৰ হিচাপ মোক কিয় সোধ বৌতি ? শাওণ সোমালে বুলি তয়েই কৈছিলি। মোৰ সিমানকে মনত আছে।

দেৱলা প্ৰিয়নাথতকৈ বয়সত সৰু। বিয়া হৈছিল তিনিবছৰৰ আগতে। ককালছিগাৰ পৰা তিনিমাইল দূৰৰ চেপনলৈ। পিছে দেৱলা তাত থাকিব নোৱাৰিলে। টালি-টোপোলা লৈ এদিন ঘৰ ওলালেহি। মাক দেউতাক ককায়েকহঁতে ভাল নাপালে। গিৰিয়েকৰ ঘৰ এৰি অহাটো যে বৰ বেয়া কথা বুজালে। নাই, নিৰুপায় হৈ তাই গাৰ ব্লাউজটো খুলি দিলে। সেৰা-সেৰ হৈ ফাটি আছে। তাই ক'লে, "যদি জোৰ কৰ মই বিহ খাই

মৰিম, চিপজৰী ল'ম, মই লোকৰ এনেহে খায়েই থাকিম, একো নাপালে চুৰনিলৈ গৈ চুৰাপাত বিচাৰিম, তেওঁ তইঁতে মোক তালৈ যাবলৈ নক'বি।" প্ৰিয়নাথে সেইদিনা তাইক সান্তনা দিছিল। কৈছিল, "আমিবোৰ আছোঁ, নাথায় নমৰ।" তাইৰ মাক দেউতাকলৈ লক্ষ্য কৰি কৈছিল, "বৰদেউতা, বৰবৌ, জানি শুনি জীয়া জুইলৈ ছোৱালীজনীক কিয় দলিওৱা। তোমালোকৰ সেইটো জোঁৱাই মানুহ নহয়, ৰাক্ষস। শুনিছোঁ সি তিনিজনীমান ৰাখিছে। মাজে মাজে ষোলে সিবিধতো মুখ দিয়ে। মুখত বৰ কথা।" দেৱলা আৰু ঘূৰি নগ'ল। আৰ-তাৰ ঘৰত ইখন-সিখন কৰি দুই এপইচা পায়। বোৱা তোলাৰ পৰা ধান বনা, চিৰা-খুন্দালৈকে যেয়ে মাতে তাতে কৰি মেলি দিয়েগৈ। প্ৰিয়নাথৰ লগত সম্বন্ধত একো নাই যদিও এসময়ত দুয়োখন ঘৰৰ মাজত মিলা মিছা খুবেই আছিল। পিছলৈ, দেৱলাৰ দেউতাক ঢুকুৱাত আহ-যাহ সেৰেঙা হ'ল।

—হেৰি নহয়, বোৱনী মাতিলি হয়। জা-জলপান বুলিবলৈ কোমল চাউল এমুঠি মানহে আছে, তাকে শুবৰ সময়ত তিয়াই থ'ম বুলি ভাবিছোঁ।

মাকৰ কথাত কিয় জানো প্ৰিয়নাথৰ টিঙিচকৈ খং উঠি গ'ল। "দুদিনৰ আগৰে পৰাই কৈ আছিলো বোলো কাইলৈ শিমলু তলৰ মাটি ডৰা ৰোৱাম। বোৱনী মাতিম। যোগাৰ কৰিব নোৱাৰিলি। এতিয়া জোৰ পুৰি হাত পোৱাৰ পিছত কৈছ চাউল এমুঠিমানহে আছে। মই এতিয়া, এই ৰাতিখন ক'ত মৰিমগৈ? তইঁত সকলোৱে দেখিছো মোৰ মূৰটো চোবাবলৈ বৈ আছ।"

প্ৰিয়নাথৰ কথা শুনি মাকৰ মুখৰ মাত হৰিল। সিটো এনেকৈ কথা নকয়। তাৰ খং উঠি আহিছে নেকি ক'ৰবাত। কিন্তু প্ৰিয়নাথৰ খং কাচিৎহে উঠে। উঠিলেও এনেকৈ কথা নকয়। গোমোঠা হৈ থাকে। আজি আক' ল'ৰাটোৰ কি হ'ল? শিমলু তলৰ পৰা আহি গা-পা ধুই জলপান খাই ওলাই যোৱালৈকে দেখোন ঠিকেই আছিল। কথাটোনো কি? মাকৰ জানিবলৈ মন গ'ল যদিও সুধিবলৈ সাহস নকৰিলে। লাহে ধীৰে হয়তো সি নিজেই ক'ব। য'তেই যি হওক মাকৰ আগতে বকলা মেলেহি।

মাকক পিছে সি একো নক'লে। মাক তাৰ ওচৰৰ পৰা আঁতৰি যোৱাৰ পিছতহে ভাব হ'ল—মাকক বাৰু সি বেয়াকৈ ক'লে নেকি? বয়স হৈ আহিছে মানুহজনীৰ। বহুত কথাই আজি কালি পাহৰে। তাতে মূৰৰ ওপৰেদি কমখন ধুমুহা গৈছে নে? ছবছৰ পাৰ হ'ল, ককায়েক শ্ৰীকান্তৰ কোনো শুং-সূত্ৰই নাই। ক'লৈ গ'ল, কত হেৰাল সেইটো আৰু নোলালেই। পাহুৱাল মানুহটো ঘপকৈ এদিন নাইকিয়া হৈ গ'ল। চেপনলৈ গৈছিল দেওবৰীয়া হাটলৈ। ঘূৰি নাহিল আৰু। শ্ৰীকান্ত স্বভাৱতেই খঙাল আছিল। কিবা এটা বেয়া দেখিলেই তাৰ টিঙিচকৈ খং উঠি আহিছিল। শৰীৰত সেই অনুপাতে জোৰো আছিল। ভয় সংশয় মুঠেই নাছিল বুলিব লাগে। বলোভদ্ৰ ফুকনক এবাৰ ডিঙিতে খামোচ মাৰি ধৰিছিল—নাৰায়ণ আৰু খৰ্গেশ্বৰৰ মাজত মাটি লৈ কাজিয়াখন লগোৱাৰ বাবে বাবুচাহাবৰ ল'ৰা কানহাইয়াক এটা পূৰ্ণহতীয়া চৰতে দাঁতৰ তেজ বাহিৰ কৰি দিছিল। তেতিয়াৰে পৰা এফালে ফুকন আনফালে কানহাইয়া তাৰ পাছত লাগিছিল। বহুতে ক'ব খোজে শ্ৰীকান্তক সিহঁতেয়েই কিবা কৰিলে। পুলিচত খবৰ দিয়া হৈছিল। একো নহ'ল পিছে। পুলিচেও হওঁতে কাৰোবাক চোভা কৰে নেকি বুলি সুধিছিল, প্ৰিয়নাথৰ দেউতাকে বোলে, "কাৰোবাৰ নামকৈ শতৰু বঢ়াবলৈ নক'ব ঈশ্বৰ। মই আজি যাৰেই নাম কওঁ কিয়—কাইলৈ সেইটোকে ফাটি ফুটি যাব। এহাতৰ হুল দুহাতেৰে কাঢ়িব লাগিব। তাতোকৈ ল'ৰাই নালাগে। ক'ৰবাত জীয়াই থাকিলে ঘূৰি আহিব, আন কিবা হলে হাজাৰ চিঞৰ-বাখৰ কৰিলেও একো লাভ নহ'ব।" প্ৰিয়নাথৰ পিছে মনৰ সন্দেহৰ কথাটো কৈ দিবলৈ মন গৈছিল, মাক-দেউতাকে বধ শপত দিয়াতহে মনে মনে থাকিল। বৃন্দাবন ককাইদেৱে হওঁতে কৈছিল বোলে আন নহলেও পুলিচৰ আগত কথা খিনিকে ক-বোলে অমুক-তমুকৰ লগত শ্ৰীকান্তৰ বাক্-বিতণ্ডা হৈছিল। প্ৰিয়নাথৰ দেউতাকে বোলে বাটৰ কচু আৰু টিকাত সানি লাভ নাই। জঞ্জাল চপাই নললবি। কেনেবাকৈ প্ৰমাণ কৰিব নোৱাৰিলে কুঠাৰতকৈ বেজীৰ জালাহে চাব হ'ব। প্ৰিয়নাথ মনে মনে থাকিল। বৃন্দাবন ককাইদেউৰ পৰা আদি কৰি গাওঁখনৰ আধামান মানুহে দিনে নিশাই বিচাৰ-খোচাৰ চলালে। ছজনমান বেজে বাচনিও চালে। মথুৰাপুৰৰ টিকিবা বেজে নখত বাচনি

আহি থোলে, "বাপ মাৰিছে, যেয়া বাপ। শ্ৰীকান্তক মতিভ্ৰম কৰি লৈ গৈছে। আহিব। দিন চেৰেকৰ পিছত নিজে নিজে ঘৰ ওলাবহি।" কেনেকুৱা ঠাইত শ্ৰীকান্ত আছে তাৰো বিৱৰণ দিছিল, "লেয়া চা, সেই যে দেখিছ সেইটো, সেইটোৱেই ঘৰ। ইকৰাৰ বেৰ। মাটিও লিপা নাই। কাষত সেইজোপা গছ দেখিছানে? বট নে আহঁত ধৰিব পৰা নাই হওঁতে। সেইটো ঘৰতেই আছে।" তাৰ পিছত ইকৰাৰ ঘৰ, ওচৰত আঁহত বা বট গছ থকা, বিচাৰি বহুত চলাথ কৰা হ'ল। ইকৰা বেৰৰ ঘৰ ভালেমান পোৱা হ'ল, বট-আহঁত গছ ওচৰত থকা! নিলিপ্যা ইকৰা বেৰৰ ঘৰো পোৱা হ'ল, পোৱা নহ'ল শ্ৰীকান্তক। ছবছৰ পাৰ হ'ল। তেতিয়াৰ পৰাই মাকো বেমাৰী হ'ল। মাজতে ভ্ৰমেই হৈছিল, দেউতাকো বেমাৰী হ'ল। দেউতাকৰ মূৰফুৰনি হয়। বায়ু। ক্ৰমে ক্ৰমে মানুহটো বৰকৈ উঠি মেলিয়েই ফুৰিব নোৱাৰা হ'ল। এশ এটা বেমাৰে লগ লাগিছে। শ্ৰীকান্তৰ পিছৰে অৰ্থাৎ প্ৰিয়নাথৰ ওপৰত ফুলুমাই। মৰাণৰ নবীন ড্ৰাইভাৰৰ ঘৰলৈ দিছে। নবীন ড্ৰাইভাৰৰ ঘৰ মৰাণত, লেখৰ মানুহ। বেলৰ ড্ৰাইভাৰ আছিল। সেই সময়ত বেলত অসমীয়া মানুহ নাছিলেই, ড্ৰাইভাৰ চাকৰিত থকা অসমীয়া মানুহৰ লেখ একেটা আঙুলিৰ পাবতে লেখি শেষ কৰিব পৰা। ফুলুমাইৰ পিছতে প্ৰিয়নাথ আৰু প্ৰিয়নাথৰ পিছত গণেশ আৰু কাৰ্ত্তিক। ছয়োটা এবছৰৰ ডাঙৰ সৰু। যঁজা বুলিয়েই বহুতে কয়। ছয়োটাই হাইস্কুলৰ শেষ পৰীক্ষা দিব লাগে। মৰাণত পঢ়ে। বায়েকেই লৈ গৈ মৰাণৰ হাইস্কুলত নাম লগাই দিলে। এমাহ ডেৰ মাহ-বায়েক ভিনিহীয়েকৰ লগতে আছিল, তাৰ পিছত 'বৰ্ডিং' বন্দৱস্ত কৰি দিলে। খেৰৰ কোঠালি এটা ঠিক কৰি দিলে। ছয়োটা ল'ৰা একেলগে থাকে। শনিবাৰে শনিবাৰে ঘৰলৈ আহে, সোমবাৰে পুৱাৰ বেলত চাউল-পাত, খৰি খেৰ লৈ মৰাণলৈ যায়গৈ। সিহঁতৰ বাবেও চাউল-পাত সাজু ৰাখিব লাগে। ঘৰৰ ধান মুঠিৰে গোটেই বছৰটো নচলে, বাকী মাহকেইটাৰ বাবে কিনিব লাগে। গণেশ কাৰ্তিকহঁতলৈ কিনিকুটি হলেও সাজু কৰি থ'ব লাগে। মাকৰ সেইটো এটা আপত্তি ঘৰৰ ধান মুঠি বানিবলৈকে, বজাৰৰ পৰা অনা চাউল মুঠিৰ ধান তুহঁ কেইটা চাই দিবলৈকে সহায় এটা নাই। প্ৰিয়নাথক

এইযাৰ কথা যাকে আজি কালি ঘনাই কয়। আৰ তাৰ মুখে প্ৰিয়নাথক এই বুলিও কোৱাইছে যে সি যদি কাৰোবাৰ কথা ভাবিও থৈছে তেনেহ'লে কৈ দিয়ক, নিয়ম মতে খোজা বঢ়া কৰিবগৈ। ভাবি থোৱা কথাবাৰ পিছে প্ৰিয় নাথে কাকো কোৱা নাই। চন্দ্ৰানবৌ জীয়াই থকা হ'লে সেইযাৰ যিমান সহজে ক'ব পৰা হলহেঁতেন, এতিয়া আৰু সিমান সহজ হৈ থকা নাই। তথাপি সি সাজু হৈছিল তাৰ জীৱনলৈ পাৰুলক আনিবলৈ। কিন্তু আনো বুলি ভাবিলেই জানো হ'ব। মানুহ এজনী অনা মানেই আৰু ভালেমান যা-যোগাৰৰ কথা আছে। নাই নাই বুলিও ঘৰটোৰ কোঠা এটা বঢ়াব লাগিব। ন-ছোৱালী জনীয়ে বাহিৰলৈ যাবলৈ, গা পা ধুবলৈ বুলি কিবা এটা সাজিব লাগিব। আৰু এই সকলোবোৰৰ ওপৰত ভাবিব লাগিব ভাত মুঠি বছৰটোলৈ যোগাৰ কৰাৰ কথা। সেয়ে সি চকু দিলে শিমলুতলৰ মাটি ডৰালৈ। খেতি মাটি কাৰোবাৰপৰা কিনি লোৱাৰ সাধ্য তাৰ নাই। দেহাৰে খাটি যিহকে কৰিবলৈ লোৱা হয় তাকেই কৰিব পাৰি, কিন্তু ধন এগাল গোটাই লৈ মাটি-বাৰী কিনিব পৰাটো সম্ভৱ নহয়। পাৰুলক লগ পোৱাৰ পিছৰে পৰা, চন্দ্ৰা নবৌৰ পৰা আসৈ পোৱাৰ পিছৰে পৰা, প্ৰিয়নাথৰ কামলৈ উৎসাহ বাঢ়িছিল। মনৰ মানুহজনীক হেপাঁহেৰে আনি দুবেলা দুমুঠি পেট ভৰাই খুৱাব নোৱাৰিলে সিনো কিহৰ পুৰুষ। এই ভাবে তাক অসাধ্য সাধন কৰিবলৈকো উদগনি দিছিল। সেয়েহে সি শিমলু তলৰ মাটিত হাত দিলেগৈ। জেৰেপনি ভাঙিলে, গছ বগৰালে, মুঢ়া উভালিলে, কঁদো-বৰল-সাপ খেদিলে, সেই বিলাকৰ লগত যুঁজিলেই বুলিব লাগে ; ক'ব নোৱাৰাকৈ কঁদো বাহত হাত দি কম সাংঘাতিক অৱস্থা হৈছিল নে ? কদোৱে কাঁমুৰি প্ৰিয়নাথক আধামৰা কৰিছিল। উখহি ভীমাকাৰ। তিনিদিন জ্বৰে-বিষে ইকাটি-সিকাটি কৰিব নোৱাৰা। উলামুলা হোৱাহলে সেই কোবতে আধ্যা পৰিলহেঁতেন। সেই সময়ত পাৰুলো বৃন্দাবন ককাইদেউৰ ঘৰতেই আছিল। চন্দ্ৰানবৌও আছিল। দুয়ো আহি তাৰ খবৰ লৈছিলহি। চন্দ্ৰানবৌয়ে খং কৰি কৈছিল, "ইমানবোৰ মুকলি মাটি থাকোতে তোমাৰনো বাৰু সেই জয়াল জেৰেপনিখনত লাগিবলৈ কিহে পাইছিল ?" চন্দ্ৰানবৌ আৰু পাৰুলক দেখি সি বিষ কোপবোৰ পাতল লগা যেন অনুভৱ কৰিছিল। তাৰ ক'বৰ মন গৈছিল, "চন্দ্ৰানবৌ, এতিয়া

ক'লে কি হ'ব—তুমিয়েই 'মোক' উচতালা। ভনীয়েৰাক আনিবলৈ হ'লে খুৱাব-পিন্ধাব নালাগিব? খেতি কৰিবলৈ আন মাটি ক'ত? লাগ বুলিলে শ চেৰেক চিকা ৰূপ উলিয়াই দিব পৰা অৱস্থা কিবা আমাৰ আছে নে যে মুকলি মাটি এডোখৰ কিনি লওঁ? যি কৰিছো নবৌ, পাৰুলৰ কাৰণে, ভনীয়েৰাৰ কাৰণেই কৰিছোঁ; জানি লবা।" পিছে এইবোৰ কথা সি ক'ব পৰা নাছিল। ক'বলৈ তাৰ মনতে গৈছিল।

আন্ধাৰত জুপুকা মাৰি বহি থকা প্ৰিয়নাথৰ আকৌ কথাখিনি মনলৈ আহিল। বৃন্দাবন ককাইদেৱে বাৰু সঁচাকৈয়ে পাৰুলক বিয়া কৰাবলৈ বিচাৰিছে নেকি? পাৰুল মান্তি হ'ব নে? মান্তি হওকেই বা নহওকেই কোনোবাই পাৰুলৰ মতামত বিচাৰিব জানো? সি পুৰুষটো হৈয়ো খোলা-খুলিকৈ ক'ব পৰা নাই যে পাৰুলৰ সতেহে তাৰ সংসাৰ কৰাৰ মন। বৃন্দাবন ককাইদেউক সি খুব ভাল পায়। তেওঁৰ সুখ-শান্তি হ'লে প্ৰিয়নাথৰ আনন্দই সকলোতকৈ বেছি হ'ব। শ্ৰীকান্ত তাৰ তেজ-মঙহৰ ককায়েক আছিল যদিও বৃন্দাবনকহে তাৰ আচল ককায়েক যেন লাগে। বৃন্দাবনেও প্ৰিয়নাথক সময়ত ককায়েকৰ দৰে শাসন কৰে, বুদ্ধি-পৰামৰ্শ দিয়ে, সময়ত কাণ সমনীয়াৰ দৰে সুখ-দুখৰ আলোচনা কৰে আৰু সময়ত ইটো সিটো আদেশো দিয়ে। বৃন্দাবনৰ মাজত প্ৰিয়নাথৰ প্ৰতি মৰম থকাৰ উমান পায়েই সম্ভৱ চন্দ্ৰানবৌৱে পাৰুলক দিয়াৰ হেঁপাহ কৰিছিল। চাই থাকোতেই যে কি হৈ গ'ল। চন্দ্ৰানবৌ নোহোৱা হোৱাৰ দুখ আজি যেন সি আকৌ অনুভৱ কৰিলে। সি এতিয়া কাৰ কথা ভাবিব? বৃন্দাবন ককাইদেউৰ কথা নে তাৰ নিজৰ কথা, বৃন্দাবন ককাইদেৱে কৈছিল—যিকোনো এজনী মানুহ আনিলে মাজনীৰ ভৱিষ্যতে দুখ হব পাৰে। মাজনীৰ দুখ! বৃন্দাবন ককাইদেউ আৰু চন্দ্ৰানবৌৰ বিবাহিত জীৱনৰ একমাত্ৰ চিন—মাজনী, জুমণি! চন্দ্ৰানবৌৰ চকু, চন্দ্ৰানবৌৰে নাক আৰু এজনী চন্দ্ৰানবৌ! সি আৰু ভাবিব নোৱাৰিলে। তাৰ খেলিমেলি লাগি গ'ল। বহাৰ পৰা উঠিল। মাকক মাতিবলৈকো তাৰ লাজ লাগিল। বোৱাঁনিলৈ বুলি জলপানৰ কথা কওঁতে সি বাৰু মাকক বৰ টান কথা ক'লে নেকি? চুচুক-চামাককৈ সি মাকৰ ওচৰ পালেগৈ। মাক তেতিয়া ৰান্ধনি ঘৰত।

—কিবা ভাবি পালিনে বৌতি ?

সি লাহেকৈ মাকক সুধিলে। তাৰ আচলতে লাজেই লাগিছিল।

—কি ভবাৰ কথা কৈছ ?

—জলপানৰ কথা।

— গোটাই দিলে দিম, গোটাই মেলি নিদিলে মই ক'ৰ পৰা দিম ?

মাকৰ উত্তৰত সি বুবুজাকৈ নাথাকিলে যে তাৰ কথাত মাকে দুখ পাইছে। সি যিমান পাৰে কোমলকৈ ক'লে—"নহ'লে হেৰি কৰিবি বৌতি আৰৈ চাউল আছে নহয় ?

—দুসাজ মানৰ আছে।

—তাকে ভাজি দিবি। কোমল চাউল কেইটাও তিয়াই থ'বি। নহ'ব জানো ?

—কিমানজনী ৰোৱনী মাতিছ মইনো কেনেকৈ জানো।

—সেই তিনিজনীয়েই—বৰবৌ, মাখনী খুড়ী আৰু দেৱলা। দেৱলাৰ ঠিকেই নাই, আহিবও পাৰে নাহিবও পাৰে।

—কথা এটা শুনিছনে ?

এইবাৰ মাকৰ মাতটো কোমল যেন লাগিল তাৰ। ভাল লাগিল। হয়তো সি কাষ চপাৰ পিছত মাকৰ খং কেনিবা উৰিল।

—কি কথা ?

—দেৱলাক আকৌ নিব খুজিছে।

—কোনে ?

—গিৰিয়েকে আকৌ। কালি কোনোবা এটা মানুহ পঠিয়াছিল সুধিবলৈ।

—হয় নেকি ? তাইতো মোক কোৱা নাই। ভালহে কথাটো। পিছে বৌতি, নোৱাৰিব, সেই অসুৰটোৰ লগত তন্তিব পাৰিব যে আশা কম। মই বিয়াৰ কথা ওলাওঁতেই কৈছিলো, পিছে বৰকৈ ক'বলৈকো ভয়। মনে মনে থাকিলোঁ। তাই কি কয় ?

—তাই বোলে একেষাৰেই ক'লে 'মই জীয়া বাঁৰী হৈয়েই কটাম, তেও মাৰকিল খাই ভাত খাব নোৱাৰোঁ।"

—তাৰ মানে নাযায় ?

—নাযায় বোলে।

—কথাবোৰ তই ক'ৰ পৰা শুনিলি ?

—পেহীয়েৰে ক'লে আৰু আক', যমুনা পেহীয়েৰে।

—যি কৰে কৰি থাওক, অমাৰনো সেইবোৰ কথাত সোমোৱাৰ দৰকাৰ কি ? আগে পিছে মতাৰ দৰে কৰলৈ মাতিছোঁ, আহিলে দিব লগাটো দিম, নাহিলে নাই। তাতকৈ আমাক বেছি কথা কেলেই ? বাৰু তেনেহলে বৌতি, কোমল চাউলো তিয়াবি। সেইমুঠি ছুপৰীয়া হ'ব আৰু পুৱা চাহ পানীৰে সতে চাউল ভজাকে দিবি। গুড়-চেনী আছে নহয় ?

—আছে।

আচলতে প্ৰিয়নাথৰ সকলো উৎসাহেই শেষ হৈ গৈছিল। মাথোন মাকৰ মনটো ভাল লগাবলৈকেহে সি মাকৰ ওচৰলৈ গৈছিল। বাৰে বাৰে তাৰ মনলৈ আহিছিল—এইবোৰ কৰি কি হ'ব ? কাৰ কাৰণে সি এইবোৰ কৰিছিল ? পাকলক সি বাৰু নিজে এবাৰ সুধি আহিবগৈ নেকি ?

## চকু

এডোখৰ নিশাতেই প্ৰিয়নাথে ঢাৰিপাটী এৰিলে। ক'বলৈ গ'লে গোটেই নিশাটোত তাৰ চকুৰ পতা নালাগিলেই। পাৰুলৰ ওচৰলৈ সি নিজে যোৱা ভাল হ'ব নেকি বাৰু? কিন্তু পাৰুলক সি কি ক'বগৈ? বৃন্দাবন ককাই-দেউকে সি সঁচা কথাষাৰ কৈ দিব নেকি যে চন্দ্ৰানবৌয়ে বিচৰা মতেই সি শয়নে-সপোনে পাৰুলকে লৈ আছে। নাই, নোৱাৰে, সেইষাৰ কথা সি বৃন্দাবন ককাইদেউক ক'ব নোৱাৰে। মাজনীৰ মুখখনেও তাক মাজে মাজে বৰ আমনি কৰে। সংসাৰৰ একো আও-ভাও নাপাওঁতেইনো বাৰু ছোৱালীজনী মাউৰা হ'ব লাগেনে? বৃন্দাবন ককাইদেউৰ মাক জেঠাইৰ কথা ভাবিলেই তাৰ বুকুখন কঁপি উঠে। নাৰিকলৰ কোৰোকাটোকে ৰঙালাও দেখা মানুহ! চকু দুটা নামতহে আছে। ফুল পৰা চকু। প্ৰিয়নাথে এই কথা ভালদৰে জানে যে বৃন্দাবন ককাইদেৱে মাজনীৰ দুখ হ'ব পৰাকৈ কেতিয়াও দ্বিতীয় বিবাহ নকৰে, কৰাব লগীয়া হ'লে পাৰুলকেই কৰাব। পাৰুলক যদি সি বিয়া কৰাব খোজে বুলি কৈ দিয়ে, বৃন্দাবন ককাইদেউৰ আৰু কোনোকালেই সংসাৰ নহ'ব। সেইটোকে চল কৰি বিয়া নকৰোৱাকৈ থাকিব। সেইটো জানো ভাল কথা হ'ব? ইত্যাদি চিন্তা মূৰত সোমোৱাৰ পিছত তাৰ আৰু টোপনি নাহিল। ভালেমান সময় ঢাৰিপাটীতে ছাতি-ফুটি কৰি থাকি এডোখৰ নিশাতে সি উঠি আহিল। বাহিৰলৈ আহি চাৰিওফালে এবাৰ চালে, আকাশলৈকো। ৰাতি কেইমান বাজিল তত্ ধৰিব নোৱাৰিলে। এটা কথা সি অৱশ্যে অনুমান কৰিলে যে ৰাতি পুৱাবলৈ এতিয়াও দুপৰমান বাকী। কিন্তু তথাপি তাৰ শেতেলীত আৰু পৰিবলৈ মন নগ'ল। হামিয়াই হেকুটিয়াই পাটিত পৰি থকা বৰ টান কাম। সি চাকিটোকে জ্বলাই ল'বলৈ বুলি চাকিটো বিচাৰিলে। জুহালৰ ওচৰত চাকিটো থাকে। অনুমানতে সি খেপিয়াই চাকিটো পালে। জুহালত দি থোৱা তুঁহ গুৰি

কেইটাত ফুমাৰি জুইকুৰা জ্বলাই ল'লে। মাকে শেতেলিৰ পৰাই চিঞৰিলে, "তই হবলা উঠিলিয়েই ? দুপৰ নিশাখন উঠি গৈ কি কৰিবিনো। এই মহা ৰাতিখন পথাৰলৈ যাবৰ হোৱা নাই। শুই থাক।"

—তই শুই থাকচোন বৌতি। ৰাতিখন চিঞৰ-বাখৰ নকৰ।

বাপেকেও ক্ষীণ মাতেৰে ক'লে "বোপাই অ', এতিয়া দেও-ভূত ফুৰাৰ সময়। শিমলু তলৰ ন ভাঙনি খনলৈ অকলে' দিনতে যাবলৈ বেয়া। মাজ নিশাখন গৰু হাল লৈ গলে গৰুয়েও ভয় খাব পাৰে। শুই থাক।"

—তহঁতে মিছাকৈয়ে হুলস্থুলখন কৰিছ পিতাই। এতিয়ানো মই পথাৰলৈ যাম বুলি কোনে ক'লে। তহঁত শুই থাক।

বুঢ়া-বুঢ়ী তাপ মাৰিল। সি চাকিটো লৈ ভৰালৰ তলৰ পৰা মৰাপাটৰ মুঠি দুটা উলিয়াই আনিলে। পঘা দুদাল মানকে বটা যাওক। তাৰ চাহ পানী এটোপা খাবৰ মন গৈছিল। পিছে বাহি গাৰে পানী টেকেলিটো চুলে মাকে বেয়া পায়। পোৱা বস্তুত চুৱা লাগে। শুবলৈ যোৱাৰ আগতেই সি চাধা অলপ কুটি থৈছিল। তাৰে চুৰত এটা পকাই জ্বলাই ল'লে। কিবা এটা মুখত নল'লে গাটো ৰাই-জাই লাগি থাকে। ডুখৰী পীৰাখন আনি বহি ল'লে। মিঠা তেল অকণমান গোটাই ল'লে। কৰঙনলৈকে চুৰীয়াখন কোচাই সি মৰাপাট খিনিত পাক দিবলৈ বহিল। নাই শান্তিৰে বহিব নোৱাৰি। মহৰ যিহে উৎপাত ! তথাপি সি আক শুবলৈ যোৱাতকৈ পুহৰি পুহৰি নোহোৱালৈকে কামকে কৰি থকা ভাল বুলি ভাবিলে।

গোপাল চৰ্দাৰ, ভিক্ষু কুৰ্মী, ৰবি তাঁতিহঁতৰ ঘৰৰ ফালৰ পৰা অহা কুকুৰাৰ মাত শুনি প্ৰিয়নাথ লৰালৰিকৈ উঠি আহিল বাহিৰলৈ। পুৱ আকাশলৈ চাই দেখিলে পুহৰি পুহৰি হৈছে। ভিতৰলৈ আহি মৰাপাটখিনি সামৰি সুতৰি থৈ সি এইবাৰ শিমলু তললৈ বুলি ওলাল। আহোতে চিঞৰ এটা মাৰি মাকক কৈ আহিল, "বৌতি মই আহিলোঁ, দুৱাৰখনত দাং দি থ'বি।" মাকে কিবা কৈছিল যদিও তাৰ শুনিবলৈ যেন আহৰি নাই। কান্ধত নাঙল যুঁৱলি তুলি লৈ গৰু হাল সি শিমলু তললৈ বুলি ওলাল।

বতৰ গোমা। চিপ্‌চিপীয়া বৰষুণ হ'ব পাৰে। হ'লে বেয়া নহয়। চেৰচেৰীয়া ধ'দ হ'লে বোৱা মেলা কৰিবলৈ অসুবিধা। চিপচিপীয়া বৰষুণত

গা সুত লাগে। গৈ থাকোতে সি বস্তবৰ কথাই ভাবি গ'ল। কোনো ওলোৱা নাই হ'ব পায়। তাৰ বেয়া নালাগিল। কিন্তু এনেতে দেখিলে বৰপথাৰত কোনোবা এটাই হাল বাই আছে। প্ৰিয়নাথে বুজিলে—সেইটো নিশ্চয় ৰবি, ৰবি তাঁতি। সেইকণ গোলাপ মহৰীৰ মাটি। ৰবিয়ে গোলাপ মহৰীৰ মাটিত হাল বায় দিয়ে। তাৰ বাবদ কিবা হিচাব কৰি গোলাপ মহৰীয়ে হয় ধান দিয়ে নহয় ধানৰ দাম দিয়ে। ৰবি তাঁতিহঁতৰ নিজা মাটি বুলিবলৈ থকা ঘৰটোহে। বেচেৰাৰ অৱস্থাটো বেয়া। ৰবিৰ কেইবা পুৰুষেও থাওৰা বাগিচাত কাম কৰিছিল। ৰবি পিছে 'ফালটু লেবাৰ'। 'চিজনত' বাগিচাত কাম হয়, কলম দিনত নহয়। সেইবাবে ৰবিয়ে বাগিচাৰ কাম একেবাৰে নকৰাকে ঠিক কৰি লোকৰ হালোৱা হ'ল।

"সেইটো ৰবি নহয় নে?" প্ৰিয়নাথে চিঞৰি সুধিলে—

"কোন? নাথ বাবু হ'ব পায়?" ৰবিয়ে ওলোটাই সুধিলে। প্ৰিয়-নাথক সি 'নাথ বাবু' বুলিয়েই মাতে।

"এৰা ময়েই", প্ৰিয়নাথে উত্তৰ দিলে। "তই দেখোন মাজৰাতিখনতে আহি লাগিলিহি? ভূত পিশাচলৈকো ভয় সংশয় নাই নেকি?"

—ভূত খেদিবলৈকে আহিলো নাথ বাবু। তোমাৰ আজি বোৱা হ'ব নেকি?

—তিনিজনীক মাতি আহিছোঁ, মৈখন কালিয়েই পেলাই থৈ আহিছোঁ আজি মৈয়াবগৈ লাগে। তোৰ একা?

—আজিয়েই। মালিক আহেহে লাগে।

—তই পিছে ভাল বান্ধকেৰেপটোৰ লগ লাগিছ দেই ৰবি, সি তোক নাকত ধৰি চাকত সুঘূৰালেই ৰক্ষা। বন্দবস্তখিনি পকা কৰি ল'বি।

—কি কৰিম নাথ বাবু, নিজৰ নাই বাবেই 'দচ' ঠাইত কাম কৰিব লাগে।

—এৰা অ'

প্ৰিয়নাথ লাহে লাহে শিমলু তলৰ ফালে গুচি গ'লগৈ। ৰবিৰ কথা ভাবিলে তাৰ ভাৱ হয় সিহঁত যেন ৰবিহঁততকৈ বহুত সুখী। বেচেৰাই খাটেহে খাটে, সেই হিচাবে খাবলৈ নাপায়। লোকৰ মাটিত হালবায় দিয়া, কই দিয়া, দাই দিয়া, মৰণা ফুৰাই দিয়া, কঠিয়াৰ টোম বান্ধি দিয়ালৈকে কৰি দিয়ে, তাৰ নিজৰ

বুলিবলৈ নাথাকে। হঠাৎ তাৰ ভাব হল—ৰবিকে দেখোন শিমলু তলৰ মাটি ভাঙিবলৈ সি ক'ব পাৰে। যিখিনি উলিয়ালে উলিয়ালেই, সিফালৰ খিনিত আনে চোপ দি আছে চাগে।' যেই সেই এটা অহাতকৈ ৰবিৰ নিচিনা এটা ওচৰত থাকিলে আপদে-বিপদে সহায়হে হ'ব। এৰা, ৰবিকে লগাই দিব লাগিব, তাৰ দৰে সিও মাটি ভাঙক, তাৰ নিজৰ বৰীয়া মাটি হ'ব।

মৈখন জুতি লৈ সি দেখিলে হাতত ঘটিতো লৈ কানহাইয়া আহি শিমলু তলত ৰৈছেহি। বাহিৰ ফুৰি আহিছে চাগে'। দেখিও সি নেদেখা ভাও জুৰিলে। কানহাইয়াই চিঞৰিলে—আজি ৰুবি নেকি অ প্ৰিয়নাথ?

—অ, ৰুম।

—তোৰহে দিন পৰিছে।

কানহাইয়াৰ কথা শুনি প্ৰিয়নাথৰ টিঙিচকৈ খং উঠিছিল যদিও ৰাতি-পুৱাই কাজিয়া এখন কৰি ল'বলৈ তাৰ মন নগ'ল। তাতে মাটি ভৰা আজি ৰোৱাৰ কথা। অমংগল এটা মাতি লয় কিয়। সেয়েহে কানহাইয়াৰ কথাৰ কোনো উত্তৰেই নিদিলে। তাৰ ক'বলৈ মন গৈছিল—'দেখ দেখ আমাৰেই বেছিকৈ দেখ। কুকুৰচেলা, তইঁতে উগাৰি উগাৰি খাবি আৰু আমি তইঁতৰ এৰেহাখিনিত হাত নিদিয়াকৈ খাব খুজিলেই তইঁতৰ চকু পোৰে।' পিছে মুখখন এবাৰ খোল খালে অসুবিধা হ'ব বুলিয়েই সি ভবা কথাখিনি নক'লে। মৈখনত উঠি সি সাৰৌপকৈ গৰুহালৰ পিঠিত কোব দুটা মাৰিলে। কানহাইয়াই কিবা কৈ আছিলে যদিও সি মন-কাণ নিদিলে। এবাৰ আকাশলৈ চাই দেখিলে বেলিটো ওলাইছে। গোমা হোৱা মেঘখিনি লাহে লাহে চলিবলৈ ধৰিছে। বতৰ মুকলিয়েই থাকিব পাৰে।

"তোৰ কোনো অহা নাই নেকি প্ৰিয় ককাইটি?" চিঞৰটো শুনি সি চাই দেখিলে—দেৱলা। তাই আহিলেই।

"আহিবৰ হৈছেহে মাথোন," সি ক'লে।

—মই বোলো দেৰিয়েই হ'লনেকি!

—তইহে বেছ সোনকালে আহিছ।

—সাৰপালো কেতিয়াবাই। গা-পা ধুই চাহ বাতি খাই উঠাৰ পিছতহে দেখিছো পুহৰি পুহৰি হৈছে। মহুৰা দুটামানকে ফুৰালোঁ।

—ববৌ আৰু মাখনী খুড়ীও আহক। তই বহ।

—মৈ দিয়া হোৱাই নাই হব পায়?

—সেই ফালটো হ'ল।

—বহি থকাতকৈ তেনেহলে কামতে ধৰো। তই সেইফালে মৈয়াই থাক, মই সিফালে কই যাওঁ।

—আহ তেতিয়া হ'লে।

দেৱলাই গামোছাখনে, তামোলৰ টোপোলাটোৱে একাষৰীয়াকৈ থৈ পথাৰত নামিল। প্ৰিয়নাথে মৈখন ৰখাই থৈ দেৱলাক কঠিয়াখিনি আনি খুলি দিলেহি। তামোল পাগুলি পাগুলি দেৱলাই পিৰিককৈ পিকখিনি পেলাই দিলে।

—তামোলৰ পাগ উঠিছে যেন পাওঁ—

প্ৰিয়নাথে ক'লে।

—ধপাতকণ ভাল, মিলমিলাই থাকে। খাবি নেকি?

- মই? ভাল কৈছ। পেটত এখোন একো এটা পৰাই নাই। নিশা দুপৰতে উঠিলোঁ বুজিছ। ৰাতি মুপুৰাই মুপুৰাই দেখিলো।

—গাটো তিয়াই চাহ পানী এবাতিনো খাই নল'লি কিয়?

—দহবাৰ গা ধুই থাকিবলৈ সময় নাই নহয়। বৌতি উঠিব খুজিছিল। মই হে মানা কৰিলো। বুঢ়ীৰ আগৰাতি টোপোনিয়েই নাহে। ৰাতিপুৱা ভাগত চিলমিলকৈ টোপনি ধৰে। সেয়েহে ৰাতিপুৱাই বৌতিক উঠিবলৈ নিদিওঁ।

—এজনী আনি লোৱা হ'লে এনে বিলৈ নহয়। তাকেনো নকৰ কিয়?

—উলিয়ালিনে আৰু' বিয়াৰ কথা? মাথা গৰম হ'ব দেই, কৈ দিছোঁ।

—মাথা গৰম হ'বলৈ কি আছে, নিজকে এতিয়াও পানী কেচুৱা বুলি ভাবি আছে হ'ব পায়?

—তোৰ আন কথা নাই?

—য'ত যেতিয়া যি ক'ব লাগে কৈছোঁৱেই দেখোন।

—পেক্‌পেকাই নাথাক। শুন, সৌ সিফালৰ পৰা কই যা। মই আৰু দুবাৰমান সিডোখৰত মৈখন চলাই দিওঁ। ববৌ আৰু মাখনী খুড়ীও পাবহি চাগৈ এতিয়া।

—তেওঁলোকে ঘৰৰ লেঠা-পেঠাবোৰ মাৰিহে আহিব চাগে। সেই কাৰণেই কৈছোঁ বুজিছ প্ৰিয় ককাইদেউ, এজনী আনি ল, ৰোৱা-তোলাত সহায় কৰি দিব পাৰিব।

—তেনেকৈ পাব লাগিব নহয় আক'। যেইকোনো এজনী আনি ঘৰ সুমুৱালেহি হিতেই যদি বিপৰীত হয়? মাইকীৰ কথা বোলে স্বয়ং দেৱতায়ো নাজানে বুজিছ। তোৰ নিজলৈকে নাচাৱ কেলেই, পৈয়েৰক তই জানো ৰোৱা তোলাত সহায় কৰি দিব পাৰিছ?

"তাৰ মানে প্ৰিয় ককাইদেউ," দেৱলাই আৰু একো নামাতিলে। ঘপকৈ তাই কঠিয়াৰ ডাঙৰীটোৰ পৰা কঠিয়া অলপ হাতত লৈ আঁতৰি গ'ল। প্ৰিয়নাথ বৈ গ'ল। দেৱলাক সি নক'ব লগা কথা ক'লে নেকি! এৰা, ক'লে। তাইতো মাকৰ ঘৰলৈ আক' ঘূৰি আহিম বুলি গিৰিয়েকৰ ঘৰলৈ যোৱা নাছিলে। সংসাৰ এখন পতাৰ মন তাইৰ জানো নাছিল? লোকৰ ঘৰে ঘৰে বন কৰি খোৱাৰ কথা তাই জানো ভাবিছিল? মদাহী মানুহটোৰ মাৰ কিল খাই তাই তাত থাকিব নোৱাৰিলে, গুছি আহিল। গুছি আহিবলৈ বাধ্য হ'ল। সিয়েইতো কৈছিল—"বৰ্তা-বৰবৌ, জানি জীয়া জুইলৈ দলিয়াইছা।" এৰা জীয়া জুইলৈকে দেৱলাক দলিয়াই দিয়া হৈছিল। তাইক সি এতিয়া সেই কথা কিয় ক'লে বাৰু? তাই নিশ্চয় দুখ পাইছে। সি লাহে লাহে দেৱলাৰ ওচৰলৈ গ'ল। দেৱলাই ইতিমধ্যে ৰুবলৈ আৰম্ভ কৰিছে।

—হেৰি নহয় দেৱলা

দেৱলাই মুখেৰে একো নামাতি তলমূৰ কৰি ৰুই থাকিল।

—শুনিছ

—কৈ যা—তলমূৰ কৰিয়েই দেৱলাই ক'লে।

—মই মানে ক'ব খুজিছিলো কাৰ কপালত কি থাকে ক'ব নোৱাৰি বুজিছ। যেনেকৈ চা, তইতো গুছি আহিব লাগিব বুলি এখন ঘৰলৈ যোৱা নাছিলি, কিন্তু সেই পিশাচটোৰ লগত থাকিব নোৱাৰিলি। পিশাচৰ লগতনো বাৰু মানুহ থাকে কেনেকৈ? সেই গতেৰে আগ পিছ নজনাকৈ ময়ো এজনী আনিম, দেখিবি, মানুহ নহয় যখিনী। আচল কথাটো মই ক'ব

খুজিছোঁ মানে বুজি বাজি নোলোৱাকৈ এজনী আন বুলিও যেনেকৈ তেনেকৈ আনিব নোৱাৰি, এটালৈ যাও বুলিও তেনেকৈ যাব নাপায়।

দেৱলাই এইবাৰো একো উত্তৰ নিদিলে। তলমূৰ কৰি কাম কৰি গ'ল। সি বিব্ৰত অনুভৱ কৰিলে। ছেঃ কি কব খুজি কি কৈ পেলালে জানো! তাইকনো বাৰু সি দুখ দিবলৈ কিয় যাব। গাভৰু মানুহ এজনী এইদৰে গিৰিয়েকটো থাকোতেই বাঁৰী মানুহৰ দৰে থকা দেখি জানো তাৰ ভাল লাগিছে। সি দেৱলাৰ ওচৰ চাপি গ'ল।

—তেনেকৈ ক'লো বাবে মোক বেয়া পাইছ হ'ব পায়?

- ক'ব লগাটোহে কৈছ।

—বিশ্বাস কৰ, বৌতিৰ মূৰ খাবলৈকে, মই বেয়া ভাবি তোক একো কোৱা নাছিলোঁ।

— তই তোৰ কাম কৰ, মই মোৰ কাম কৰো। কথা চেলাই থাকিবলৈ মই ইয়ালৈ অহা নাই। দহজনৰ দহোটা কথা শুনিবলৈ কপালত সাধি আহিছো, সেইবোৰে গাৰ ছাল ডাঠহে কৰিছে।

- মই বুজিছো তই মোৰ ওপৰত খং কৰিছ।

—খং ৰাগ কাৰ ওপৰত কৰিম? বৌতি পিতায়েই মোৰ কথা নুবুজিলে। আপোন ককাইটোৱেও সুবিধা পালেই বলকে। আটায়ে মোকেই দোষ দিয়ে। মই সহনশীলা বসুমতী হৈ থাকিব নোৱাৰিলোঁ। গিৰিহঁতে সেই এসোপা টেটুলৈকে ভৰাই আহি দুৰ্য্যোধনৰ ভাও দি থাকিব আৰু মই চৰ-ভুকু-গোৰ খাবলৈ দেহাটো সাজু কৰি ৰাখিম? ৰাতি বিয়লি কেতিয়াবা এনেকৈ মোক ধৰেহি যে মোৰ নিজকে ৰাক্ষসৰ গৰাহত পৰা যেন লাগে। উশাহ-নিশাহ যেন বন্ধ হৈ যায়। মানুহটোলৈ মোৰ ঘিণ লাগে, ভয় লাগে, সেই মানুহটোৰ ওচৰত বসুমতী হৈ গোটেই জীৱনটো কটাব নোৱাৰো, কেতিয়াও নোৱাৰো···

কথাখিনি কৈ দেৱলাই উচুপিলে। প্ৰিয়নাথৰ নিজৰে কান্দি দিবৰ মন গ'ল। সি কি ক'ব ভাবোতেই তাই আৰু' ক'লে— "পিতাই বৌতি, ককাই-দেউ, নবৌ সকলোকে কৈ দিছো, মোক মাথোন ৰ'দত নুশুকুৱাকৈ, বৰষুণত নিতিতাকৈ থাকিবলৈ তহঁতৰ ঘৰটোত জেগা অকণমান দে। হাত দুখন

আছে যেতিয়া আঁজুৰি-পিজুৰি হ'লেও অকলশৰীয়া পেটটোৰ বাবে দুসাজ উলিয়াব পাৰিম। বিশ্বাস কৰ প্ৰিয় ককাইদেউ, মোৰ ভাত সাজ মই নিজেই যোগাৰ কৰি লৈছোঁ। ঈশ্বৰে সেইকণ সহায় কৰিছে। পিছে দুখ সেইটোয়েই, যেনিয়েই যাওঁ তাতেই সেই একেদাল কথাকে সোধে, পৈৰ ঘৰৰ পৰা গুছি আহিলো কিয়? একে সোপা কথাকে কৈ কৈ খঙো উঠে। মোৰ কথা শুনাৰ পিছত কোনোবাই ইচ ইচ কৰে, কোনোবাই মই নভবা নিচিন্তাকৈ কাম কৰিলো বুলি দোষাৰোপ কৰে।"

আৰু দেৱলাই চকু দুটা মোহাৰি ল'লে। এনেতে দেখা গ'ল অলপ দূৰত ৰবৰো আৰু খুড়ী। দুয়ো আহি আছে, প্ৰিয়নাথ ল'ৰালৰিকৈ মৈখনত উঠিলহি। দেৱলায়ো তলমূৰ কৰি বোৱাত ধৰিলে।

ৰ'দ জাকে চেৰচেৰকৈ ধৰিলে প্ৰিয়নাথক।

## সাত

প্ৰিয়নাথ আজি শেতেলিব পৰা দেৰিকৈ উঠিল। যোৱা নিশা বৰ ভাল টোপনি আহিল। মাটি ডৰা ৰোৱা শেষ হোৱাৰ বাবে মনটোও বৰ মুকলি মুকলি লাগিছিল। মূৰৰ পৰা কিবা যেন বোজা এটাহে আঁতৰিল। তিনিওজনী ৰোৱনীয়ে যি গতিত কাম কৰিলে সি দেখি নিজেই অবাক হ'ল। দেৱলাই মাজে মাজে ৰহইচো কৰিছিল। তাইক তাৰ সৰু কালৰ দেৱলা যেন লাগিছিল। বিয়া হোৱাৰ আগৰ দেৱলাজনীৰ কথাকে তাৰ মনলৈ আহিছিল। যেনিয়েই যায় ৰজনজ৽াই যায়। হাঁহিলে ওচৰত ব্ৰহ্মা-বিষ্ণু যেয়ে থাওক তাই আৰু ক'ব নোৱাৰে। ঢেকঢেককৈ হাঁহে। মাকেনো কম বলকিছিল নে। উঠন ছোৱালী অলপ গহীন-গম্ভীৰ হ'ব লাগে বুলি কিমান যে সকিয়াইছিল। বিয়াৰ পিছত সঁচাকৈয়ে তাই গহীন হৈ গৈছিল। তাইৰ সেই হাঁহি ক'ৰবালৈ গুছি গৈছিল। কেতিয়াবা হাঁহি ওলালেও সেই হাঁহিয়ে তাৰ নিচিনা মানুহৰ বুকুখনতহে মোচোৰা দিছিল। কালি দেৱলাক একেবাৰে আগৰ ৰূপত দেখি মনটো তাৰ ভাল লাগিল। বৰবৌয়ে এবাৰ ক'লেই, 'হেৰ দেৱলা, তোৰ গাত আজি কিবা এটা লাগিল দেই। আমাৰ দেখিছোঁ নাড়ী-ভুৰু ডাল-ডাল কৰিবি।" কি লাগিছিল জানো তাইৰ গাত। কেনেকৈনো পথাৰৰ মাজত থাকোতে ৰ'দ-বৰষুণ গ'ল, কেনেকৈনো পথাৰখন ৰোৱা কঠিয়াৰে ভৰি পৰিল সি যেন গমকে নাপালে। তিনিওজনীকে বিদায় দি সি কেৱল পথাৰখনলৈকে, তাৰ ন ভাঙনী শিমলু তলৰ মাটি ডৰালৈকে, চাই থাকিল। এবাৰ আকাশলৈ চাইছিল। বতৰ ফৰকাল। তিনি চাৰি দিনলৈ বৰষুণ নিদিলেও সিমান অসুবিধা নাই; তিনি চাৰি দিনৰ পিছত পাতল বৰষুণ এজাক দিলে ভাল। ৰোৱাখিনিয়ে জীপ পাব।

শুই উঠি আহি চোতালত থকা চৌকাটোৰ পৰা সি এঙাৰ এটুকুৰা লৈ মৰ্‌মৰকৈ চোবালে। দাঁত কেইটা ঘঁহিলে। চোতালৰ চৌকাটোতে মাকে

কেতিয়াবা কাপোৰ সিজায়, কেতিয়াবা কেতিয়াবা ধান বহায়। মাকে বোলে, "বেলি দুপৰ হ'লহি, এবাৰ জগাওঁ বুলি গৈছিলো, পিছে টোপনি দেখি নজগালো।"

—ভালকৈ এঘুমতি মাৰো বুলিয়েই পৰি আছিলো। প্ৰথম কুকুৰাৰ ডাকতেই হওঁতে সাৰ পাইছিলো। এবাৰ বাহিৰৰ পৰাও গ'লোহি। তাৰ পিছত বোলো যা অলপ শুয়েই লওঁ। ভাগৰো মৰক।

—দেহাটোক অকণ জিৰণিও লাগে।

—তই চাহ পানী টোপা বাক বৌতি। মই সাউত কৰে জোবোৰাটো মাৰি আহো। আজি চকলিয়াৰ ফালে পাক এটা মাৰো বুলিছোঁ।

—চকলিয়াৰ ফালে ! মাক যেন অলপ আচৰিত হল।

—কাম এটা আছে।

—হঠাতেনো কি কামটো ওলাল ?

মাকৰ কথাত প্ৰিয়নাথে বুজি পালে যে সি চকলিয়ালৈ যোৱা মানে পাৰুলৰ ঘৰলৈ যোৱাটোকে বুজাইছে। মাকৰ আগত সি পাৰুলৰ কথা ভালেদিন বথানিছে। মাকে বেয়া নাপায়। পাৰুলৰ প্ৰতি মাকৰ চেনেহ থকাৰ কথা সি উমানো পাইছে। চকলিয়ালৈ যোৱাটো কিন্তু সি আগতে ভবা নাছিল। ক'ব নোৱাৰাকৈয়ে কথাটো মুখত ওলাই গ'ল। এই মুহূৰ্ত্ততে সি ঠিক কৰি পেলালে যে সি পাৰুলৰ ঘৰলৈ যাব। তাইক ভালে-মান দিন লগ পোৱা নাই। শিমলু তলৰ মাটি ডৰা যে ৰোৱা হৈ গ'ল সেই কথাটো পাৰুলক ক'বলৈকো তাৰ মন গ'ল।

দিবৈত গাটো জোবোৰা মাৰিবলৈ বুলি গৈ সি এবাৰ শিমলু তল পালেগৈ। ৰুই থৈ যোৱা কঠিয়াখিনি থিয় হোৱা নাই। কাইলৈমানে হয়তো পোন হব। মনটো তাৰ ভাল লাগি গ'ল। পাৰুলেও শুনি ভাল পাব। কমখন জাৰণি ভাঙিলেনে এই ধান কেইডালৰ কাৰণে ? দেৱলাই কৈছিল, "আৰু এবিঘা মান উলিয়াই লোৱা প্ৰিয় ককাইদেউ, তোমাক নালাগে যদি মোকে দিবা। দাম-চাম হওঁতে দিব নোৱাৰো। গাৰে খাটি দিম। তুমি যদি ঘৰ সাজা, ময়ো চালি এখন দি ল'ম।"

—অকলে থাকিবি ? —সি সুধিছিল।

"লগ দেখোন এৰি থৈয়েই আহিলো," তাই কৈছিল।

"সদায়নো এনেকৈ থাকিবি নে?" কথাষাৰ তাৰ মুখৰ পৰা আলাপাকতে ওলাই গৈছিল।

—সদায় এনেকৈ নাথাকো বুলিয়েইতো তোমাক মাটি অকণমানৰ কথা কৈছোঁ। বিয়া দিয়া ছোৱালী। আই-বোপাইৰ ঘৰত এনেকৈ সদায় থকাটো অন্যায়। আই-বোপাইহাল আছে বুলিয়েই এতিয়ালৈকে এনেকৈ আছো। আই-বোপায়ে চকু মুদিলেই মোৰো ভিকাচন ভাগিব। ককাই-ভাইৰ লগততো আৰু সদায় থাকিব পৰা নহ'ব।

কথাখিনি কওঁতে বৰ সাধাৰণ ভাবতে কৈছিল। প্ৰায় হাঁহি কোৱাদি কৈছিল। লগতে আৰু কৈছিল, "ভয় নকৰিবা। মই কাকো জুলুম নকৰো, তোমালোক তোমালোকৰ ভাগে থাকিবা, মই মোৰ ভাগে থাকিম।"

এৰা, দেৱলাজনীক মাটি অকণমান উলিয়াই দিব পাৰিলে ভাল। বুঢ়া-বুঢী হালনো কিমান দিন থাকিব। ল'ৰা দুটাই একোজনী আনি সুমুৱাৰ পাছতো মাটি-বাৰী ভাগ নহলেই ৰক্ষা। হোৱাত হ'বই। বৰবাপু যহন-তহন, মইনা আৰু বাপধনৰ প্ৰকৃতি বেলেগ। বৰবাপুৰ মানুহজনী সিমান বেয়াও নহয়। ভালেমান মাইকীতকৈ কথাবোৰ গমি পিতি চাব পাৰে, কিন্তু মইনা বাপধনৰ একোজনী সোমোৱাৰ পিছত এনেকৈ থাকিব বুলি ভাবিব নোৱাৰি। বাপধনতো নিজেই উখৰা। মইনাৰ আক' পেট পাবলৈ টান। কয় এটা, ভাবে এটা, কৰে এটা। এতেকে দেৱলাক ঠাই অকণমান উলিয়াই দিব পাৰিলে বেয়া নহয়। পাকুলৰো লগ এটা হ'ব।

'পাকুলৰো লগ এটা হ'ব।' কথাষাৰ ভাবি তাৰ হাঁহি উঠি গ'ল। ভালো লাগিল। ঠিকেইতো, কিনো মিছা কথা। পাকুলক সি এইষাৰ কথাও ক'ব যে সি অকল মাটি উলিয়াই বহি থকা নাই তাইৰ কাৰণে লগ এটাও ঠিক কৰিছে—দেৱলা। দেৱলাক পালে পাকুলে ভাল পাব। দেৱলাৰ কাৰণে তাই কেইবাদিনো দুখ কৰিছে। তাৰ আগতেই তাই দেৱলাৰ সেই মদাহী গিৰিয়েকটোক শাও দিছিল।

কথাবোৰ ভাবি ভাবি প্ৰিয়নাথে বালিঘাটৰ ফালে মুৰ কৰিয়েই দেখিলে মইনা খোজেৰে কোনোবা এজনী তাৰ ফাললৈকে আহি আছে। চিনি পাবলৈ

তাৰ বেছি পৰ নালাগিল। সেইজনীচোন দেৱলা! কি হ'ল আক' তাইৰ। তাকে বিচাৰি আহিছে নেকি? কিন্তু এনেকৈ গছকত পঙ্কৱা মৰে বুলি ভয় কৰি খোজ দিয়াৰ দৰে খোজ দিছে! সি এতিয়া তাই আহি পোৱালৈকে বৈ থাকিব নে বালিঘাটৰ ফালে যাবগৈ! তাই কিজানি তাক দেখাই নাই। ইফালে সিফালেও চোৱা নাই দেখোন। নে আন কাৰোবাৰ মাটি ৰুবলৈ আহিছে? গোলাপ মহৰীৰ মাটি ডবাহে ৰুব পৰা হৈছে। কিন্তু কালি ৰবিয়ে কোৱামতে সেইডবা মাটি কাইলৈহে ৰুব। ৰবিয়ে কালিয়েই হাল বাই থৈছে। কাইলৈ মৈয়াব। আজি তাৰ হাল আছে লখিমী পথাৰত। গোলাপ মহৰীৰ আঢ়ৈ পুৰামান মাটি আছে লখিমী পথাৰত। আজি সেইখিনি মাটিত তিনিটা হালোৱা লগোৱাৰ কথা। ৰবি নিশ্চয় তালৈকে গৈছে তেনেহলে? সিয়েই এখোজমান আগবাঢ়ি যোৱা ভাল।

সি দেৱলাৰ ফালে আগবাঢ়ি গ'ল।

—দেৱলা

তাৰ মাতত তাই চক্ খাই উঠিল।

—ধাতু হ'বলা সেইটোৱেই? বন লেখি অহা দি আহিছচোন। কি হ'ল?

—নক'বা প্ৰিয় ককাইদেউ, পুহৰি পুহৰি হোৱাৰ পৰাই ঘূৰি ফুৰিছোঁ। প্ৰথমে ঘৰৰ চুককোণ চালো, তাৰ পিছত কালি যি ফালেদি আহিছিলো সেইফালেদি আহি আছোঁ।

হ'ল কি?

—কাণৰ ফুলি এপাত নাই। কালিয়ে ক'ৰবাত পৰিল বোধহয়।

—সৰ্বনাশ, সোণৰ?

—তোলনী বিয়াতেই বৌতিয়ে দিছিল। গাত সোণ বুলিবলৈ আছিল সেইকণেই।

- কেতিয়াৰ পৰা নাই?

—ক'বতো নোৱাৰো। দিনৰ দিনটোচোন ইয়াতেই আছোঁ। কাণলৈনো কিয় হাত নিছোঁ? ইয়াৰ পৰা যাওঁতে নৈত জোবোৰা মাৰিয়ে গৈছোঁ। ৰাতি বিছনাত পৰিবলৈ বুলি গৈ চুলিতাৰ খুলি মুখখন মোহাবোতেহে

দেখিলোঁ কাণখন উদং। বুকুখন চিৰিংকৈ গ'ল। বাতি পুৱাবে পৰা বিচাৰি ফুৰিছো।

প্ৰিয়নাথৰ মনটো বেয়া হৈ গ'ল। ছেঃ বেয়া কথা হ'ল। সোণ হেৰোৱা বৰ বেয়া। তাই জীৱনত কেতিয়াবা সোণৰ ফুলি যে ল'ব পাৰিব তাৰো আশা নাই। অলপ সময় সি তভক মাৰি ৰ'ল।

—ক'ত ক'ত বিচাৰিলি ?

– সকলোতে। য'লৈ য'লৈ মই গৈছিলো।

—ইয়াত যদি কেনেবাকৈ পৰিলে, বোকাত সোমাল, বিচাৰি পাবি জানো ?

— বোকাত সোমাল যদি ক'ত পায় আৰু। তথাপি মন তাপৰিবলৈকে আশে-পাশে চাই লওঁ।

—চা, চা, তয়ো চা, ময়ো চাওঁ।

প্ৰিয়নাথেও পিত্ পিতকৈ বিচাৰিবলৈ ধৰিলে। তায়ো বিশেষ কথা-বতৰা নকৈ ফুলি পাত বিচৰাত লাগিল। কালি এইজনী দেৱলায়েই যে ঠাট্টা-মস্কৰা, হাঁহি-খিকিন্দালিৰে গোটেইখন ৰজনজনাই আছিল, এতিয়া তাইক দেখিলে সেই কথা ভাবিবকে নোৱাৰি। এতিয়া অসম্ভৱ ধৰণেৰে গহীন হৈ পৰিছে তাই। মনত ভয় শংকা। সোণ হেৰোৱা বোলে বেয়া।

মূল্যবান দৰকাৰী বস্তুযে হেৰোৱা বেয়া সেইটো আৰু কি বেলেগে ক'ব ল'গা কথা। দেৱলাৰ আৰু ভাল হ'বলৈকেনো বাকী আছে কি ? যি হৈ গ'ল তাতোকৈ অধিক বেয়া একো হ'ব লগা নাই। সোণ পিন্ধায়েই দেখোন নিছিল। ভালটোনো কি হ'ল ? সৰু-সুৰা বস্তু হেৰায়েই।

দেৱলাক এইখিনি কথাকে সি অলপ বেলেগ সুৰত বুজালে। তাই পিছে তাৰ কথালৈ বৰকৈ মন কৰা যেন নালাগিল। একান্তমনে তাই মাথোন কেউদিশে চাবলৈ ধৰিলে।

—তুমি গামোছা লৈ হবপায় গা তিয়াবলৈ আহিছিলা ? তাই সুধিলে।

— এৰা অ'

—তুমি বৈ থাকিব নালাগে। যোৱা। মই ইয়াত চাই লৈ ঘাটলৈ যাম। তাতো পৰিব পাৰে। জোবোৰা মাৰোতে যদি পৰিছে ক'ত পাম চাগৈ।'

—কালি ভালেমান সময় বুৰ মাৰি আছিলি নহয়। তেতিয়াই যদি পৰিছে বিচাৰি লাভ নাই।

— কিবা দিন কাল বেয়া পৰিছে মোৰ। ঘৰত এজাউৰি শুনিবলৈ আছেই।

—ছেঃ মোৰ মাটিত কবলৈ আহি এইখনহে হ'লহি।

—মোৰেই কপাল বুজিছা, কালি হাঁহি-ধেমালি, ৰং তামচা বেছিকৈ কৰিছিলোঁ নহয়। ঈশ্বৰে নসহিলে।

দেৱলাৰ মাতটো কঁপিছে। প্ৰিয়নাথে ভালকৈ বুজি পালে তাই কান্দো কান্দো কৰিছে। সি ওচৰ চাপি গ'ল।

—হেৰাল আৰু। হাহঁয়ে বিয়ৈ কৰি কিবা লাভ আছে জানো ? ভাগ্যত থাকিলে পাবি।

—মোৰ ভাগ্যত পোৱাটো নায়েই, যোৱাটোহে আছে প্ৰিয় ককাইদেউ। ঘৰত এতিয়া কি বুলি ক'ম ?

— সঁচা কথাটো ক'বি।

দেৱলাই বননি ভৰাতে বহি দিলে। প্ৰিয়নাথে তাইৰ চকুলৈ চাই বুজিলে তাইৰ ভাগৰ লাগিছে। চকুহাল মুদ খাই গৈছে যেন। তাৰ পিছত কোনোফালে নাচাই তাই তলমূৰ কৰি হুক্‌হুককৈ কান্দি দিলে।

প্ৰিয়নাথৰ কি কৰো, কি নকৰো এনে লাগিল। তাইক কিবা এষাৰ কৈ সান্ত্বনা দিয়াৰ কথাও তাৰ নাইকিয়া হৈ যোৱা যেন লাগিল। সি দেৱলাৰ একেবাৰে ওচৰ চাপি গ'ল।

—নেকান্দিবি। বেয়া দেখি

—তুমি যোৱা প্ৰিয় ককাইদেউ

—তই কান্দিছ কেলেই ?

— এনেয়ে। এনেয়ে কান্দিছো। গাৰ সোণকণ হেৰাইছে। মনৰ আনন্দত কান্দিছোঁ।

—দেৱলা, নাকান্দিবি। হেৰাল হেৰাল।

সি তাইৰ মূৰত হাত ফুৰাই দিলে। তায়ো যেন ক'ব নোৱাৰাকৈ তাৰ বুকুত মূৰটো সুমুৱাই দিলে। প্ৰিয়নাথে তাৰ বুকুৰ মাজত তাইৰ মূৰটো হেঁচা মাৰি ধৰি তাৰ বুকুৰ উম দিলে। চকুপানীখিনি মোহাৰি দিলে।

গালে-মুখে হাত ফুৰাই দিলে আৰু ক'ব নোৱাৰাকৈ তাৰ নাকটো তাইৰ মূৰৰ চুলিত গুজি দিলে।

হঠাৎ শব্দ এটা শুনি তাৰ সম্বিৎ ঘূৰি আহিল। মূৰ তুলি চাই দেখে কেইখোজমান আঁতৰত গোলাপ মহৰী।

## আঠ

ভপতে ভপতে ভাত ছুটামান নাকে কাণে গুজি প্ৰিয়নাথ চকলিয়াকৈ বুলি ওলাল। ঘৰৰ পৰা ওলাই আহিয়েই সি বৃন্দাবনৰ ঘৰত সোমাল। কিবা খবৰ আছে যদি লৈ যাব। বৃন্দাবন ককাইদেউ নাই, ৰাতি পুৱাতে ওলাই গৈছে হেনো। জেঠায়ে ক'লে। জেঠাইৰ মাতত প্ৰিয়নাথে অভিযোগ শুনা যেন পালে। মনে মনে যেন বৃন্দাবন ককাইদেউৰ ওপৰত জেঠাইৰ খং। "যোৱা নিশা দুপৰত আহি ঘৰ সোমাইছেহি। চকুৰ ভাত চকুতে থাকিল। বোলে খাই আহিছোঁ। ক'ত খাই আহিছিল, মোৰ জুলুম হয় বুলিয়েই খাই আহিছোঁ বুলি ক'লে।" জেঠায়ে কৈছিল। "তইঁতেই কিবা এটা কৰ। চকলিয়াকৈ যাব যদি তয়েই নহলে পাকলৰ বাপেক-মাকক কাণ চোৱাবিচোন।"

—কি কাণ চোৱাব লাগে জেঠাই? প্ৰিয়নাথে সুধিলে।

—কি আৰু, বিয়াৰ কথা কৈছো অ'। সদায় মই জানো এনেকৈ থাকিব পাৰিম? তাৰোতো বয়স চৰি যোৱা নাই। এদিন নহয় এদিন, এজনী নহয় এজনী ঘৰ আনি সুমুৱাবহিয়েই লাগিব। ছোৱালীজনীৰ কাৰণে কৈছোঁ, নজনা নুশুনা এজনীকতো আৰু আনি ঘৰ সুমুৱাবহি নোৱাৰোঁ। পাকলক আনিলে সেইবোৰৰ চিন্তা নাথাকে। মোৰ কথাই ক'বি।

—এইনো কেনি গ'ল, জুমণি? জেঠাইৰ কথাৰ মোৰ সলাবলৈকে প্ৰিয় নাথে সুধিলে। মাজনীৰ নতুন নাম দিছে জুমণি। পাকলে দিয়া নাম।

—জানো বালক। আছে এইখনতে ক'ৰবাত খেলি-ধূলি। তাইক পিছে চকলিয়াকৈ যোৱাৰ কথা নক'বি। তায়ো যাবলৈ হুলস্থুল লগাব। ঠেং দাঙিয়েই থাকে। তোৰহে অশান্তি হ'ব যাওঁ বুলি ক'লে।

চকলিয়াকৈ বুলি গৈ থাকোঁতে প্ৰিয়নাথে জেঠাইৰ কথা কেইটাকে ভাবি ভাবি গ'ল। পাকলৰ দেউতাকক এতিয়া গিছে ক'ব লাগে—পাকলক

বৃন্দাবন কক্কাইদেউলৈকে দিবলৈ বুলি। কি যে কথা! পাৰুলৰ বিয়াৰ ঘটকালি বাৰু সি কৰিব পাৰেনে? চকলিয়াত তাৰ কাম বহুত আছে, প্ৰবোধৰ জেঠায়েকৰ ঘৰলৈ যাব লাগে। গুণেশ্বৰ, প্ৰবোধৰ জেঠায়েকৰ ল'ৰা, নাঙল এটা উলিয়াই থৈছে। আনিবগৈ লাগে। প্ৰিয়নাথে ক'লা জহাৰ কঠিয়া এডৰাও কৰিছিল। পিছে সি ঠিক কৰিলে এই বছৰ আৰু জহাধান নোৰোৱে। গতিকে জহা ধানৰ কঠিয়াখিনি লাগে যদি গুণেশ্বৰকে লৈ যাবলৈ ক'ব। গিৰিধাৰী বা বাবুচাহাবৰ গাড়ী এইফালে আহিয়েই থাকে। সিহঁতৰ লগত কথা-বতৰা হৈ কঠিয়াখিনি লৈ আহিব পাৰে। চকলিয়ালৈ বুলি ওলাওঁতেই প্ৰিয়নাথে মাকৰ আগত তাৰ কামৰ এই গোটেই তালিকাখন গাই গৈছিল। মাকে একো মতা নাছিল। সি এতিয়া নিজকে এবাৰ সুধি চাব খুজিলে সঁচাকৈয়ে এইবোৰ কামৰ অজুহাত দেখুৱাই সি বাৰু দৰাচলতে পাৰুলৰ ওচৰলৈহে অহা নাইনে? পাৰুলক তাৰ ক'ব লগা বহুত কথা আছে। প্ৰথমেই ক'ব শিমলু তলৰ মাটি ডৰা ৰোৱাৰ কথা, অহা ফাগুনমানতে ঘৰখন সজাৰ কথা, বহাগ মানতে ঈশ্বৰে কৰিলে সেই নতুন ঘৰখনত মানুহ এজনী সুমুৱাৰ কথা। মানুহজনী কোন বুলিতো পাৰুলে সুধিবই। সি হাঁহি ক'ব, চন্দ্ৰানবৌৱে দেখোন তাৰ মানুহজনী ঠিকেই কৰি থৈছে। মৃতকৰ ইচ্ছা যে পুৰাব লাগে সেই কথাহে সি পাৰুলক মনত পেলাই দিবলৈ আহিছে। তাই 'ওঁ' বুলিলেই খোজা-বঢ়া কাম হৈ যাব।

ৰ'দটো চোকা। ভাগ্যে বতাহ এচাটি বলি আছে। সি ৰেল আলিয়েদিয়েই পোনাই দিলে। অলপ চমু হয়। ষ্টেচন মাষ্টৰ পঙ্কজ বিশ্বাসে তাক সুধিছিল, 'কি প্ৰিয় ভালতো?"

—ভাল মাষ্টৰ বাবু

—ক'ত যোৱা?

—চকলিয়াৰ পৰা আহোঁ বুলিছোঁ।

—খবৰটো পালা?

—খবৰ? কি খবৰ?

—পোৱা নাই? গোলমাল। ৰবিক পুলিচে নিলে

—পুলিচে নিলে? কথা কি? কেতিয়া নিলে?

প্ৰিয়নাথ তভক মাৰি ৰ'ল। ৰবিক পুলিচে নিলে! ইমানদিনে প্ৰিয়নাথে জানিছিল যে চোৰ, বদমাছ, ডকাইত, জুৱাৰীবিলাককহে পুলিচে নিয়ে। ৰবি কোনো দিনেই এইবিলাকত নাছিল। দেহা মাৰি বন কৰি পেটৰ ভাত মোকলোৱা মানুহ। কাৰো ওচৰত দয়া বিচাৰি হাতো নাপাতে, কাকো অনাহকত জুলুমো নকৰে। সেই ৰবিক পুলিচে নিলে!

—ৰবিক পুলিচে নিব লগা হ'ল কিয় মাষ্টৰ বাবু?

—আচল কথাটো এতিয়াও ক'ব নোৱাৰো। বৃন্দাবন বাবু গৈছে জামিন আনিবলৈ।

—বৃন্দাবন ককাইদেউ গৈছে? শিৱসাগৰলৈ তাৰ মানে?

– ৰাতিপুৱা ৰেলত গ'ল। মই শুনিছো মহৰী বাবুৱে ৰবিক থানাত দিছে। ক'ব নোৱাৰো ঠিককৈ।

মহৰীয়ে দিছে! মহৰীয়ে ৰবিক পুলিচত দিব লগা হ'ল! গোলাপ মহৰীৰ মাটিতেই দেখোন সি হালবাই দিছিল। বৃন্দাবন ককাইদেউ শিৱসাগৰলৈ যোৱাৰ কথা কিজানি জেঠায়েও নাজানে। পাৰিবনে বাৰু ৰবিক মোকলাই আনিব? মাষ্টৰৰ পৰা বিদায় লৈ ৰেল আলিৰ কিনাৰে কিনাৰে চকলিয়ালৈ বুলি গৈ থাকোতে এইবোৰকে ভাবি গ'ল প্ৰিয়নাথে। সি আহোঁতে ৰবিৰ ঘৰ পাৰ হৈ আহিছে ষ্টেচন পায়হি। তাৰ ঘৰৰ ফালে মন কৰা নাছিল। মন কৰা হ'লে হয়তো গম পালেহেঁতেন। ঘৈণীয়েকজনীও বেমাৰী। বাত বিষত কেঁকাই থাকে। এই গৰমৰ দিন কেইটা যহন-তহন, জাৰৰ দিন কেইটাত বেচেৰী উঠিবকে নোৱাৰে। চাৰি বছৰৰ আগতে দহ বছৰীয়া ল'ৰাটো পেট উখহি মৰিল। ভুতে ধৰিছিল হেনো। থাওৱা বাগিচাত বৰগছৰ তলত দেওপূজা হয়। জয়ঢোল বাজে। ঢোলৰ চেৱে চেৱে পুৰোহিতে নাচে। পুৰোহিতৰ জক উঠে। দেও হয়। জয়ঢোলৰ বাজনাৰ গতি দ্ৰুতৰ পৰা দ্ৰুততৰ হয়। দেও লগা পুৰোহিত বলিয়াৰ দৰে হয়। নাচি নাচি ক'ব নোৱাৰা হয়। হাঁহ, কুকুৰা উছৰ্গা কৰে। জীয়া হাঁহ কুকুৰাৰ মূৰ ছিঙি কেঁচা তেজ পিয়ে—দেও লগা পুৰোহিতে। ভক্তসকল সাষ্টাংগে পৰে। দেও লগা পুৰোহিতে ভূত-ভৱিষ্যতৰ কথা কয়। তালৈ ৰবিৰ ল'ৰাটোকো নিছিল। দেৱে তাক কুকুৰাৰ তেজ খুৱাইছিল। তাল

হ'ব বুলি কৈছিল। নহ'ল। তিনিমাহৰ পিছতে মৰি থাকিল। জীয়েকে সোমবাৰীয়ে ভায়েকৰ শটো খামুচি ধৰি কালী গোসাঁনী, দেওলগা পুৰোহিত, ব্লকৰ ডাক্তৰ, বাগিচাৰ ডাক্তৰ, সকলোকে গালি পাৰিছিল। সোমবাৰীক বুজাবলৈ টান হৈছিল। মাক কান্দি কান্দি জঠৰ হৈছিল। ৰবি তেতিয়াও অসীম ধৈৰ্য্যৰে আছিল। প্ৰিয়নাথে বৰ চেষ্টা কৰিছিল ৰবিকো অলপ কন্দুৱাবলৈ। বুকুখন পাতল হয় যদি হওক। তাৰ চকুত কিজানি পানীয়েই নাছিল। তাৰ মুখখন দেখি প্ৰিয়নাথৰ ভয় লাগিছিল। শোকে খুন্দিয়াই যদি তাকো কিবা কৰে।

ৰবিক পুলিচে ধৰিলে! উভতি গৈ তাৰ ঘৰত খবৰ এটা লৈ অহাই ভাল হ'ব নেকি! চকলিয়ালৈ বুলি লক্ষ্য কৰি গৈ থকা প্ৰিয়নাথ থমকি ৰ'ল। কালি ৰাতিপুৱা সি মহৰীৰ মাটিত হাল বাই আছিল। তাৰ লগতে কথা হৈছিল। ৰাতিটোৰ ভিতৰতনো কি হ'ল বাৰু? এৰা, খবৰ এটা লৈ যোৱাহে ভাল হ'ব। সি ঘপকৈ উভতিলে। খোজ কেইটা এইবাৰ আগতকৈ খৰ হ'ল। মাষ্টৰ বাবুৱে তেতিয়া 'ষ্টেচন'ৰ তলাটো বন্ধ কৰি ঘৰলৈ বুলি ওলাইছে।

—কি প্ৰিয়নাথ, ঘূৰিলা দেখোন?

—ৰবিৰ তাত খবৰ এটাকে কৰি যাওঁ।

—খবৰ কৰি আৰু কি হ'ব? বৃন্দাবন বাবু আহক। খবৰ পাবাই।

—তথাপি মনটোৱে নসহে মাষ্টৰ বাবু। ইমান চাধা-চিধা মানুহটোকে যদি পুলিচে নিয়ে, আমি দেখোন ওলাবকে নোৱাৰিম। সেই কাৰণেই জানিবলৈ মন গৈছে—কথা কি?

—যোৱা তেন্তে।

—ঘৰলৈ যায়?

- ট্ৰেইনতো আছে চাবি বজাত।

কপলিং ছিগা ৰেল। জগত বন্ধু, ফটা ছাতি। কথাবাৰ প্ৰিয়নাথৰ এনেয়ে মনত পৰিল। মালগাড়ী আৰু পেচেঞ্জাৰ একেলগে আহে। পেচেঞ্জাৰ ডবাৰ লগত মালডবা কুৰি ডেৰ কুৰি লৈ আহে। ষ্টেচনে ষ্টেচনে চান্টিং কৰি যায়। মহখুটি চাইডিঙতো চান্টিং কৰে। মাল ডবা থৈ যায়।

চাহপাতৰ বাকচ যায়। বাগিচাৰ পৰা 'টাৰাক' (ট্ৰাক) 'ত্ৰলিয়ে (ট্ৰলি) চাহপাতৰ বাকচ লৈ আহে। তবাত তৰাই পঠিয়ায়। প্ৰিয়নাথে শুনিছে সেইবোৰ বাকচ বোলে কলিকতা, লণ্ডনলৈ যায়। ভাল চাহপাত। চাহাবে খোৱা চাহপাত! অসমৰ মানুহে সেইবোৰ চাহপাত হেনো খাবলৈকে নেপায়। মাজে মাজে ৰবিয়ে প্ৰিয়নাথক দুই এমুঠি চাহপাত দিয়ে। বাগিচাৰ পৰা আনে। সোমবাৰীয়ে আনে। থাওবা লাইনত তাৰ দুঘৰমান নিজা মানুহ আছে। চিনা-জনা মানুহো ভালেমান আছে। খুজিলে দুই এমুঠি নিদিয়াকৈ নেথাকে। পিছে বাগিচাৰ মজদুৰে লাগ বুলিলেই চাহপাত নেপায়। ছিচাপতহে পায়। সেই কাৰণে দিওঁ বুলি কাকো দিব নোৱাৰে। তথাপি খোজনীয়া চাহ পাতৰেই ভাগ ৰবিয়ে তাক দিয়ে। বেয়া নহয়। ৰবিয়ে কয় —সেইবোৰ চাহপাত আচলতে পেলাই দিবলগীয়া চাহপাতহে। 'লেবাৰচবক' দিবৰ কাৰণে ৰাখে। নিয়মমতে সেইবোৰ চাহপাত জ্বলাই দিব লাগে।

ৰেললাইনটো পাৰ হৈ ৰবিহঁতৰ বাটত সোমাল প্ৰিয়নাথ। গোপাল চৰ্দাৰ, ভিক্ষু কুৰ্মীৰ ঘৰত মানুহ নেদেখিলে সি। কামজাৰিলৈ গ'ল চাগে'। নতুবা ৰবিৰ ঘৰতো থাকিবগৈ পাৰে। অলপ আঁতৰৰ পৰাই লক্ষ্য কৰিলে ৰবিৰ ঘৰখন নিজান পৰি আছে। বাহিৰৰ বাহঁৰ দুৱাৰখন জপোৱা। মানুহ ভিতৰত আছে। সি লাহেকৈ মাতিলেগৈ—"সোমবাৰী, অ সোমবাৰী"। দুৱাৰখন খুলি সোমবাৰী ওলাই আহিল।

– আহক। ভিতৰতে বহকহি। মা বিছনাত।

প্ৰিয়নাথ ভিতৰ সোমাই গ'ল। সোমবাৰীয়ে মুঢ়াটো দিলে প্ৰিয়নাথক। ৰবিৰ ঘৈণীয়েকে প্ৰিয়নাথক দেখি হুৰাহুৰে কান্দিবলৈ ধৰিলে। সোমবাৰীয়ে খঙেৰেই মাকক মনে মনে থাকিবলৈ ক'লে।

—কান্দিবলৈ দে সোমবাৰী, কান্দিবলৈ দে। মই চকলিয়ালৈ বুলি গৈছিলোঁ। ষ্টেচনত গম পালো কথাটো। বৃন্দাবন ককাইদেউ বোলে শিৱসাগৰলৈ গৈছে। জামিন ননাকৈ বৃন্দাবন ককাইদেউ কেতিয়াও ঘূৰি নাহে। চিন্তা নকৰিবি।

—মাইহে বৰ 'হাল্লা' কৰি আছে। মই কেলেই ভয় কৰিম? দোষ কি? মানুহ মৰা নাই—

—কিন্তু কথাটো কি ?

— কি কথা ?

—পুলিচ আহি যে—

সোমবাৰীয়ে উত্তৰ দিবলৈ নাপালে। কান্দি কান্দিয়েই মাকে ক'লে যে ফুকন মণ্ডলৰ পথাৰত ভালেমান দিন ৰবিয়ে কাম কৰিছিল। পইচা দিবৰ সময়ত টু-টুৱাই থাকে। হিচাপৰ হাজিৰা। হিচাপমতে চাবিশমান টকা দিব লাগে। টকা কেইটা নাপালে চলা যায় কেনেকৈ। নোখোৱা-নোবোৱাকৈ জানো পৰৰ কাম কৰি যাব পাৰি ? ফুকন মণ্ডলে এঘণ্টাৰ পিছত আহিবি, চাৰি ঘণ্টাৰ পিছত আহিবি, কাইলৈ আহিবি, দুদিনৰ পিছত পাবি, নৈ পাৰৰ মাটি ভৰা শেষ হ'লেহে পইচা পাবি এনেকৈ থাকে। উপায় নাপায় ৰবিয়ে এদিন হাল উলিয়াই নিও নাবালেগৈ। গৰু মেলি দিলে। মহৰীয়ে ৰবিক মতি নিলে। এশ টকা আগধন দি তেওঁৰ মাটিতে হাল বাবলৈ ক'লে। ৰবিয়ে তেতিয়াৰে পৰা মহৰীৰ মাটিতে হাল বাই আছিল। মহৰী আৰু মণ্ডলৰ মাজত কাজিয়া। ফুকন মণ্ডলৰ খং উঠিল। সেই যে হালোৱা গৰু কেইটা মেলি দিছিল, এটা বোলে নাইকিয়া হ'ল। পুলিচত এজেহাৰ দিলে বোলে গৰুটো চুৰ কৰি নি ৰবিয়ে বেচিলেগৈ। কেছ সেইটোৱেই। পুলিচ আহি ৰবিক শিৱসাগৰলৈ লৈ গ'ল। জেৰা কৰিবলৈ। ফুকন মণ্ডলে পুলিচলৈ দুদিন মানুহ পঠিয়াইছে বোলে। চৰ্দাৰ 'নানা' আৰু 'ভিক্ষু চাচাই' ফুকন মণ্ডলক, বলোভদ্ৰ ফুকনক, বুজাবলৈ গৈছিল বোলে ৰবিৰ দৰে মানুহ এটাৰ ওপৰত এনেকুৱা বদনাম দিব নাপায়। তেওঁৰ হালোৱা গৰু এৰি দিয়াটো সঁচা; কিন্তু চুৰ কৰি ক'ৰবাত বিক্ৰী কৰাটো সঁচা কথা নহয়। ফুকন মণ্ডলে বোলে দুয়োকো চুইহে নিকিলালে। গৰ্জি উঠি বলোভদ্ৰ ফুকনে কৈছিল, "মহৰীৰ পইচাহে পইচা ; মোৰ পইচা পইচা নহয় ? এই মণ্ডলৰ জহতে মাটিৰ পট্টা পালি। যাৰ বহুত শাক সেন্দুৰ, তাকে ভোকোৰা এন্দুৰ পাতিলি। ইয়াৰ পুলিয়ে পোখহি উভালিম।" একেবাৰে পুলিচ পালেগৈ।

ৰবিৰ বৈণীয়েকে কথাখিনি চিঞৰি চিঞৰি কৈছিল। কৈ বাওঁতে কান্দিছিল, সোমবাৰীয়ে চেষ্টা কৰিলে মাকক শান্ত কৰিবলৈ। প্ৰিয়নাথেও

বুজালে যে কান্দি কাটি একো লাভ নাই। বৃন্দাবন ককাইদেউ গৈছে, চর্দাৰ আৰু ভিকুও গৈছে যেতিয়া ববিক লগত ননাকৈ ঘূৰি নাহে। অৱশ্যে গৰু চোৰ বৰ সৰু কেছ নহয় বুলিও প্ৰিয়নাথে জানে। পুলিচ চুলিচলৈ তাৰ ভয় লাগে, ক'ট কেছাৰী বুলিলে বুকুখন টিপটিপাবলৈ ধৰে। সেইবোৰৰ তলানলা পাবলৈ টান। বৃন্দাবন ককাইদেউৰ ওপৰত প্ৰিয়নাথৰ অগাধ বিশ্বাস। ববিক এৰি থৈ তেওঁ কেতিয়াও নাহে। উকীল-মুক্তিৰৰ লগত কথা পাতিবলৈ বৃন্দাবন ককাইদেৱে ভয় নকৰে। গতিকে প্ৰিয়নাথে সোমবাৰীহঁতক নির্ভয়ে থাকিবলৈ ক'লে। সোমবাৰীয়ে ক'লে, "জেল হ'ব, ফাঁচী হ'ব—এই চব 'দৰ' নাই লগা বুজিছা দাদা, 'দৰ' লাগিছে—দোচোৰা কথাত।"

—কি দোচোৰা কথা?

—টকাতো বহুত লাগিব। টকা নাই দিলে পুলিচেও মিছামিছি জুলুম কৰি থাকিব। উকীলক টকা দিব লাগিব। শিৱসাগৰত অহা যোৱা। আমাক আৰু 'দোচোৰা' 'চাস্তি' নাই লাগে।"

সোমবাৰীৰ মুখখন এইবাৰহে প্ৰিয়নাথৰ আগত কন্দনামুৱা যেন লাগিল। তাইৰ পুৰঠ, মিহি, তেল পিছল গাল দুখনৰ ওপৰেদি চকুপানী দুটোপাল বৈ আছিছিল, প্ৰিয়নাথে দেখে বুলি লৰালৰিকৈ তাই মুছি ল'লে।

—একবাতি চাহ খাবা দাদা?

চকুপানী খিনি প্ৰিয়নাথৰ আগত ধৰা পৰে বুলিয়েই তাই প্ৰসংগ সলাবলৈকে চাহৰ কথা উলিয়ালে। ভাত খোৱাৰ পিছত চাহ পানী অকণমান খোৱাৰ ইচ্ছা তাৰ হয়। তাতে চকলিয়ালৈ বুলি এচোৱা বাট গৈ আকৌ ঘূৰি আহিছে। মনৰ মাজলৈ চিন্তা ভাৱনা আহিলেও দেখোন তাৰ ডিঙিটো শুকাই যোৱা যেন লাগে। চাহ এটোপা খোৱাৰ ইচ্ছা তাৰ নথকা নহয়। কিন্তু এইখন ঘৰত এতিয়া খোৱাৰ অৱস্থা আছে জানো?

—থাওক নালাগে সোমবাৰী, মই আচলতে—

—হৈ যাব। পানী গৰম আছে।

এইবুলি কৈয়েই সোমবাৰী উঠিল। মাকেও বৰ কষ্টেৰে বিছনাখনৰ ওপৰতে বহি বেৰত আঁউজি ৰ'ল। প্ৰিয়নাথে বুঢ়ীক উঠিবলৈকে মানা কৰিছিল।

"মচিৰত' কি আছে বেটা কোনে জানে?" তাই হঠাতে কথাবাৰ্ত্তা ক'লে। প্ৰিয়নাথে কি উত্তৰ দিব ভাবি নাপালে। মনে মনে ক'লে। সি মন কৰিলে মানুহজনী সঁচাকৈয়ে বুঢ়ী হৈ গৈছে। অথচ বুঢ়ী হ'বৰ হোৱা নাই। সোমবাৰীৰনো বয়স কিমান হৈছে? কুৰি হোৱা নাই হয়তো। ল'ৰাটো ঢুকুৱাৰ পিছৰেপৰা ৰবিও হতিলে, ঘৈণীয়েকজনীৰ এই অৱস্থা। তাৰ মনটো কিবা বুজাব নোৱাৰাকৈ গধুৰ হ'ল। একো কথাকে তাৰ ক'বলৈ মন নগ'ল। বুঢ়ীয়ে কিবা কিবি কৈ গ'ল। নিজৰ ওপৰত খিক্কাৰ, ভাগ্যৰ ওপৰত খিক্কাৰ। মাজে মাজে কপালখনো চপৰিয়ালে। হাত দুখন দেখুৱাই নাটকীয় ভংগী কৰি যিখিনি ক'লে সেইখিনি কথাৰ অৰ্থ হ'ল: এই ৰাসমণিয়ে ঠিকাপাত তুলি একদিনত পোদ্ধৰ-বিশ টকা (১৯৫০ চন মানত চাগে) 'কামাই' কৰিছিল। এতিয়া হাত কম জোৰ হ'ল! বাত বেমাৰ হ'ল। 'কামাই' নাইকিয়া হ'ল। ৰবি 'ফাণ্ট্ লেবাৰ' বুলি কলম দিনতে (অফচিজেন) তাৰ কামজাৰি নাই, ফাণ্ট্ লেবাৰৰ ঘৰ নাই। বাগানৰ ডাক্তৰে 'দাৱাই' নিদিয়ে, হস্পিতেলত দেখুৱাবলৈ গ'লেও 'ডাক্তৰ বাবুৰ টাইম নাই থাকে'। বহুত কথা, বহুত কথাই তাই কৈ গ'ল। প্ৰিয়নাথে শুনি থাকিল। সিওতো বৰ অসহায়। সেইবোৰ কথা শুনি থাকিও সি একো কৰিব নোৱাৰে।

এপাকত সোমবাৰীয়ে আহি চাহবাতি যাচিলেহি। সি হাত পাতি ল'লে। সাধাৰণতে ৰবিহঁতে ফিকা চাহহে খাই ভাল পায়। নিমখ দি ফিকাচাহ খোৱাৰ অভ্যাস তাৰো হৈছিল। মাজে মাজে সি ঘৰতো মাকক ফিকা চাহ নিমখ দি কৰিবলৈ কয়। মাককো তাৰ জুতি ল'বলৈ কৈছিল। মাকৰ বোলে ওকালি আহে। আজি গাখীৰ দিয়া চাহ।

—গাখীৰনো ক'ত পালি? সোমবাৰীক প্ৰিয়নাথে সুধিলে।

—মাৰ কাৰণে একপোৱা লৈছিলোঁ। নানাৰ ঘৰৰপৰা।

—তাৰে চাহতো দিলি? ধেৎ। মই ফিকা চাহ ভাল পাওঁ বুলি জানই দেখোন।

—খা বাবা, খা। মাকে ক'লে। মানুহজনী বৰ ভাগৰি পৰা যেন লাগিল প্ৰিয়নাথৰ। মনৰ দুখ বেজাৰখিনি তাৰ আগত উবাৰি দি তাই যেন

ৰৰ তাগৰি পৰিছে। সোমবাৰীয়ে মাকৰ চকুৰ কোণ ছুটা মোহাৰি দিলে। 'চুপকৰি' শুই থাকিবলৈ ক'লে। মাকে ইকাটি কৰি পৰি থাকিল।

—এতিয়া ঠিকাপাতৰ দিন নহয় জানো? তই ক'ৰবাত কামজাৰি কৰিছনে নাই পিছে?" সোমবাৰীক প্ৰিয়নাথে সুধিলে।

—একমাহ খাওবা বাগিচাত কামজাৰি কৰিলোঁ। আজি একসপ্তাহ যোৱা নাই।

—কেলেই?

—মাক কোনে চাব? এই চব কাৰণতে বাবাৰো মাথা আজি কালি ঠিক নাথাকে। ফুকন মণ্ডলৰ লগত সেই কাৰণেই কাজিয়া লাগিল।

—পিছে গোলাপ মহৰীও একে ঘাটিৰ চেঙেলী। আঙুলিৰ ফাকেৰে পানী নসৰকে। 'এডভান্স' দিছে যদিও মতলব তাৰ ভাল নহয়।

—তাকতো আমি ভালদৰে জানো।

—চম্ভালি চলা ভাল।

আচৰিত ভাৱে ঠিক সেই সময়তেই শুনা গ'ল— চোতালৰ পৰা গোলাপ মহৰীয়ে চিঞৰিছে—"সোমবাৰী আছেনে অ', অ' সোমবাৰী।"

সোমবাৰীয়ে চকুহাল ডাঙৰকৈ মেলি প্ৰিয়নাথলৈ চালে। তাৰ পিছত— 'গৈছোঁ' বুলি বাহিৰ ওলাই গ'ল। প্ৰিয়নাথ ভিতৰতে বহি থাকিল। তাৰ কাণত মহৰীৰ কথাখিনি পৰিলহি। খেদ কৰি মহৰীয়ে কৈছে "ৰবিৰ নিচিনা মানুহে গৰু চুৰ কৰিব পাৰে বুলি স্বয়ং ঈশ্বৰে আহি ক'লেহিও মই বিশ্বাস নকৰোঁ। মণ্ডলক তহতে গোসাঁই দেখাদি দেখ নহয়? দেখিলি এতিয়া? ৰবিক মই তাহানিতে কৈছিলোঁ বোলে নেচাই-ডেলেই গালৈ বিপদ। চাবি। পালে নহয় চোতোকাটো।"

সোমবাৰীয়ে মহৰীৰ কথাৰ উত্তৰ দিয়া নাই। ইতিমধ্যে প্ৰিয়নাথৰো চাহ খোৱা শেষ হ'ল। বেলিও ভালেমান হ'লহি। ৰ'দে ৰ'দে চকলিয়ালৈ যোৱা মস্কিলেই হ'ব। কিন্তু যাব লাগিবই। আজি নগ'লে পিছে পৰে যাবলৈ সময়ো নোলাব। পাকলক এবাৰ চাই আহিবলৈ তাৰ মন গৈছে। বাহিৰৰ চোতালত মহৰীয়ে 'লেকচাৰ' মাৰিয়েই আছে। সি বহাৰ পৰা উঠিল। সোমবাৰীৰ মাকলৈ চালে। টোপনি ধৰিছে চাগে। এলাইচ লাগি পৰি

আছে নেকি জানো! সি নামাতিলে। শোৱে যদি শোৱক। সি লাহে লাহে বাহিৰলৈ ওলাই আহিল।

মহৰীয়ে সোমবাৰীৰ আগত কথা কৈয়েই আছে। গোটেইখিনি কথা খৰছি মাৰি শুনিলেও দুই এষাৰ শুনিয়েই প্ৰিয়নাথে বুজিব পাৰিছে যে, মহৰীয়ে ফুকন মণ্ডল যে অতি বেয়া মানুহ আৰু তেওঁৰ তুলনাত মহৰী যে বৰ ভাল মানুহ সেই কথাকেই বুজাব খুজিছে। প্ৰিয়নাথক দেখি মহৰী থপকৈ ৰৈ গ'ল। যেন কিবা নেদেখা বস্তুহে দেখিলে।

— ত, তই!

—হয় মই। প্ৰিয়নাথে উত্তৰ দিলে।

—ইয়াত?

—অথনিয়েই আহিলোঁ।

— ভিতৰতে বহি আছ?

— কেতিয়াবাৰেপৰা।

— সেয়া চা, তোক নি ভিতৰত বহুৱাইছে, আৰু মোক এই চোতালত থিয় কৰাই ৰাখিছে।

নিজৰ কথাতে নিজে ৰস পাই মহৰীয়ে ঢেক্‌ঢেককৈ হাঁহিলে, প্ৰিয়নাথৰ কিয় জানো মহৰীৰ কথাবোৰৰ উত্তৰ পোন-পটীয়াকৈ দিয়াৰ ইচ্ছা নহ'ল।

—বহিব বলক—সোমবাৰীয়ে ক'লে।

—নালাগে অ' সোমবাৰী, নালাগে। পদূলি শুভি ফুৰা মানুহ মই নহওঁ বুজিছ, চাহ-তামোলৰ জুতি লৈ ফুৰাৰ অভ্যাসো নাই। সেই জাত বেলেগ। বহিবলৈ আমাৰ সময় নাই। এতিয়া খবৰটো ল'বলৈহে আহিলোঁ।

প্ৰিয়নাথে বুজিলে খোচ এটা তাক মাৰিলে মহৰীয়ে। সি একো নামাতিলে। মহৰীয়ে প্ৰিয়নাথক ক'লে—তই হবপায় ইয়ালৈকে আহিলি।

—অঁ

—বৃন্দাবন গৈছিল পুহৰি পুহৰিতেই। ৰবিৰ ক'থাটো ক্ল'লে।

—আপোনাৰ মাটিতেই কাম কৰিছিল। নিয়ম মতে জামিনদাৰী হ'বলৈ আপুনিহে যাব লাগিছিল।

—লাগিছিল হয়। পিছে আমিতো আৰু যেতিয়াই তেতিয়াই থিনদাউ

খিটখিটাও মাৰি ফুৰিব পৰা মানুহ নহয়। বাবে কুৰি লেঠা। আৰু হেৰি নহয়, ৰবিক মই পইচা-পাতি দিবলৈ নাই। তাৰপৰা পাবলগীয়াহে আছে। এশমান টকা সি মোৰপৰা আনিয়েই থৈছে। বৃন্দাবনে পইচাৰ কথা কৈছিল। তইঁতে জানই, মই ৰিটায়াৰ হোৱা মানুহ, বাৰীত ধনৰ গছ কই থোৱা নাই।

—তুই মহৰ যুঁজত বিৰিণা মৰিল মহৰী বৰদেউতা। ৰবি বিৰিণা। তুই মঁহ বুজিছে নহয়? ফুকন মণ্ডল আৰু আপুনি।

—তই দেখোন নপতা ফুকন ওলাইছ প্ৰিয়নাথ। ৰবিৰ বাবে মায়া বেছি হৈছে। কাৰণ কি?

—সি চাধা-চিধা মানুহ। দুহাতেৰে আঁজোৰেহে, পেট ভৰাই খাবলৈ নেপায়। তাৰ দুখ দেখিলে সহিবলৈ টান হয়।

—কাৰণ সেইটো নহয় নেকি!

— আপুনি যদি কাৰণটো জানেই, মোকনো সুধিছে কেলেই?

—দেৱলা, সোমবাৰীৰ নিচিনা গাভৰু ছোৱালী থকা মানুহলৈ তোৰ বেথাটো বেছি নেকি?

প্ৰিয়নাথৰ মূৰত মহৰীৰ কথাষাৰে যেন হাতুৰীৰেহে কোব মাৰিলে। খঙতে সি দাঁত কেইটা কৰচিবলৈ ধৰিলে। গাটো কঁপিবলৈ ধৰিলে। তাৰ এনে লাগিল যেন মোচোৰা এটা মাৰি মহৰীৰ ডিঙিটো ছিঙি পেলাব। হাতখন মুঠি মাৰি তুখোজমান আগবাঢ়ি গৈয়ো সি বৈ গ'ল। সোমবাৰী একেকোবে গৈ ভিতৰ সোমালেগৈ। প্ৰিয়নাথে বুজিলে খঙৰ ভমকত কিবা এটা কৰি পেলোৱা উচিত নহ'ব। বিশেষকৈ ৰবিৰ ঘৰৰ চোতালত। এনেয়ে মানুহ ঘৰৰ আপদ-বিপদে কুলাই-পাচিয়ে নধৰা হৈছে। তথাপি সি কৈ পেলালে, "আপোনাৰ মুখত পৰা হ'লে মই –" পিছৰ শব্দটো নোলাল, চেপি ধৰিলে। মহৰীয়ে পিছে ফেপেৰি পাতি ধৰিলে, "কি কৰিলিহেঁতেন, কি কৰিলিহেঁতেন? নিধক, জাক ফুৰা বলধ। ৰাতিপুৱা কিটো অৱস্থাত দেৱলাৰ সতে দেখিছিলো ক'ব লাগে? হৰি হৰি, ছিঃ ছিঃ এনেবোৰ দেখাতো পাপেই, শুনাও পাপ।"

—মই কাবৌ কৰিছোঁ বৰদেউতা, হয় মনে মনে থাকক, নহয় মোৰ আগৰপৰা আঁতৰি যাওক।

—মই সুধিছোঁ মোৰ মুখত কি কৰিবি তই? কি কৰিবি?

—বাট এৰি দিয়ক, মই যাওঁ। লোকৰ চোতালত—

—মই সুধিছোঁ মোৰ মুখত কি কৰিবি?

—সৰু পানী চুম।

খঙত একো নাই হৈ প্ৰিয়নাথেও চিঞৰি দিলে। মুহূৰ্ত্ততে যে কি কাণ্ডটো ঘটি গ'ল। পাগলৰ দৰে মহৰীয়ে চিঞৰিবলৈ ধৰিলে, "মই ৰাইজ মাতিম। মেল চপাম। তোক ঘাটে ঘাটে পানী খুৱাম। সকলো ভোহাৰিম।" চিঞৰি চিঞৰিয়ে মহৰী তাৰ পৰা আঁতৰি গ'ল। প্ৰিয়নাথ অলপ সময় তাতেই তভক মাৰি ৰ'ল। সোমবাৰী ইতিমধ্যে ভিতৰ সোমাই দুৱাৰ মাৰি দিছে। তাৰ নিজৰে বৰ লাজ লাগিল। মনটো গধুৰ হৈ গ'ল।

চকলিয়ালৈ বুলি নগৈ ঘৰলৈ বুলি সি খোজ দিলে।

৯

চকলিয়ালৈ বুলি ওলাই যোৱা প্ৰিয়নাথ এপৰ বেলিৰ পিছত ঘৰলৈ ঘূৰি অহা দেখি মাক খপ্‌জপকৈ ৰান্ধনি ঘৰৰপৰা ওলাই আহি অবাক হৈ তাৰ মুখলৈ চালে। সি একো নামাতি পোনেই কামিজটো খুলি কোঠাটোলৈ সোমাই যোৱাত মাকে সুধিলে—"উভতি আহিলি দেখোন?"

—যোৱা নহ'ল।

—যাবলৈ বুলি তেনেহ'লে ইমান উথপ্‌থপখন লগাইছিলি কিয়?

—আদ বাটৰপৰাই ঘূৰিলোঁ।

—গা-মূৰ বেয়া লাগিছে নেকি?

—মনটোহে বেয়া হ'ল। ৰবিক পুলিচে নিছে। মহৰী কুকুৰক ডুচৰমান দিবলৈ মন গৈছিল। এতিয়াহে ভাবিছোঁ, দিয়া হ'লে ভাল আছিল।

—মহৰীৰ লগত কিবা লাগিলি নেকি আক'?

– কুকুৰৰ নেল্‌ছিঙিব লাগিছিল, নোৱাৰিলো।

—তয়ো বৰ ওখৰা হলি অ'

—সি চুৱাখোৱাই যিহকে মন যায় তাকেই ক'ব, তাকেই কৰিব আৰু আমি মুখ জপাই বহি থাকিম নেকি? এইবোৰৰ গাত হাইজাও নালাগে।

—অলপ লাহে লাহে ক' বাপেৰ বিছনাত, শুনিলে চিএৰ-বাখৰ কৰিব।

—শুনাটো শুনিবই। লাহে লাহে ক'বলৈ নাই। মই তাৰ মুখত সৰু পানী চুম বুলি কৈ আহিছোঁ—

—হেৰ, তোৰ এইখন মুখ নে বকৰাণি হয়নে? যাৰে তাৰে লগত ফেপেৰি পাত কেলেই? কিহে পাইছে তোক?

—ফেপেৰি পতা নাই, সি কুকুৰে নিজে ফেপেৰি পাতি লৈছে। জীয়া বাঘৰ নেজেৰে কাণ খজুৱালে কি হয় বুজক ৰ। তাৰ অতপালি দিনে দিনে চৰিছে। ময়ো দেখুৱাই দিম—হয় বঙা মাটি, নহয় গুৱাহাটী।

—হ'লানো কি খোলাখুলিকৈ কচোন.

—সি ভাবিছে ধনৰ বলতে সি গাওঁখনত বৰমতা হৈ থাকিব, মুতি দিম তেনেকুৱা ধনৰ ওপৰত। বাপেকক চিনি পোৱা নাই।

—তোমো মুখ এইখনত জুই দিলে নোপোৱা হৈছে অ'। বয়সত ডাঙৰজনক তেনেকৈ ক'ব পায়নে?

—খং উঠিলে মোৰ মুখত যে অবাইচ মাত ওলায় জানই বৌতি, মোৰ 'মাথা' এতিয়া ঠিক নাই। সুধি নাথাকিবি। বয়সত ডাঙৰ! যি লোকৰ মান-সম্মান নুবুজে, সি নিজৰ মানো হেৰুৱায় জানিবি। সোমবাৰীৰ লগত কুকুৰে মোক জোৰা দিয়ে। মানুহটোক পুলিচে নিছে, আপদে বিপদে সি আমাৰ লগত। তাৰ আপদ কালত মই তাৰ ঘৰলৈ যোৱাটোত দোষ কি কচোন? মই কিবা বেয়া কাম কৰিলো নেকি? সি কুকুৰে মোক 'কাট' মাৰি কথা কয়! বাপেকক চিনি পোৱা নাই।

—ক'ব নোৱাৰো পাই, ক'ত কি ঘমৰ ঘণ্টা লগাই আহিছ। ছেঃ।

—সি জানক যে সি নিজকে গছ নাইকিয়া দেশত এৰা গছেই বৰগছ বুলি ভবাটো ভুল হৈছে।

—ভুল হৈছে, শুদ্ধ হৈছে বিচাৰ হ'ব। ৰাইজে বিচাৰ কৰিব। সেই খবৰটো দিবলৈকে মই আহিলো। বোলো তিলেশ্বৰ, অ'—তিলেশ্বৰ

নাটকত ঘপকৈ এজন ভাৱৰীয়া ওলাই আন এজন ভাৱৰীয়াৰ মুখৰ বচন কাঢ়ি আনি বচন কোৱাৰ দৰেই কেতিয়ানো মহৰী আহি সেইখিনিত উপস্থিত হৈ প্ৰিয়নাথৰ মুখৰ কথা কাঢ়ি নি ভীমে বচন কোৱাদি ক'বলৈ ধৰিলে, প্ৰিয়নাথ আৰু মাকে তলকিবকে নোৱাৰিলে। কেইমুহূৰ্ত্ত মানৰ বাবে দুয়ো, প্ৰিয়নাথ আৰু মাক, অঁকৰা হোৱাদি হ'ল। ভেবা লাগিল। মহৰীয়ে প্ৰিয়নাথৰ বাপেকক নাম কাঢ়ি কাঢ়ি চিঞৰিবলৈ ধৰিলে—বোলো শুনিছনে তিলেশ্বৰ, অ'……তিলেশ্বৰ… ..

"নিচিঞৰিব"—প্ৰিয়নাথে চিঞৰটো মাৰিয়েই মহৰীক নিচিঞৰিবলৈ ক'লে। মাকে দেখিলে কথা আৰু বেয়ালৈ যাব। তাক আঁতৰাই পঠিয়াবলৈ যতন কৰিলে। ইতিমধ্যে বাপেকো বিছনাৰ পৰা উঠি আহিল। মহৰীক দেখি কিবা এবাৰ ক'ব খুজিছিল। পিছে তেওঁ মুখেৰে মাতিবলৈকে

নাপালে। মহৰীয়ে দেখিয়েই আগতকৈও জোৰেৰে চিঞৰি চিঞৰি ক'লে "তোৰ পুতেৰে মোৰ মুখত সৰুপানী চুম বুলি কৈ আহিছে। সাক্ষী আছে। তোক তিলেশ্বৰ কৈ যাবলৈ আহিলোঁ—ইয়াৰ বিচাৰ হ'ব। মই গোলাপ মহৰী কেনেজন চিনি পাওক। সাপৰ লগত, হেঁৰ ফেঁটী সাপৰ লগত, খেলিবলৈ গ'লে কি হয় বুজিবি। ইমানকে ক'বলৈ আহিলোঁ। মই যাওঁ…"

ফেঁটী সাপৰ মূৰ ছিঙা খোজেৰে মহৰী উভতিব খোজোতেই তিলেশ্বৰ দৌৰি অহাদি আহিল। বোলে, "কথা কি ককাইদেউ, মই একোৰে ভু-ভুতং পোৱা নাই। জানেই বেমাৰী মানুহ, সৰহ ভাগ সময় শেতেলিত যায়। সি পাষণ্ডই কি কৰিলে মোৰ আগত খোলোচাকৈ কওক। মেল-মিটিং কৰি জঞ্জাল এখন বঢ়ায় কেলেই?"

—সি 'পোক লগাই' মোৰ মুখত 'হেৰি' কৰে। দেখিলি তাৰ সাহস? দেখিলি? জানি ল'বি উঁই চিৰিঙাৰ পাখি ভাললৈ নগজে। মৰিব। আও মৰণে মৰিব। এই দুই চকুৰেই মই চাই যাম।

—তেনেকৈনো কিয় কয় ককাইদেউ। সি আপোনাৰেই ল'ৰা বুলি ভাবকচোন।

— ভাবিছিলো অ' তিলেশ্বৰ, ভাবিছিলোঁ। পিছে তাৰ পোতকটো পালো। তাৰ তেজ হৈছে, তেজে পিৰপিৰাইছে, ডেকা তেজ। কলেজীয়া। সি হতশ্ৰী হ'ব, জহনীত যাব, গীত—

— দহোকুৰি ককাইদেউ, মই পাৱে পৰিছো। তেনে কথা মুখত নানিব।

—শগুণৰ শাওত বুঢ়া গৰু নমৰে পিতাই, তাক উলিয়াই দে।

প্ৰিয়নাথে সেই কথা কৈ খণ্ডত চোঁচা মাৰিলে। মাকে অনুভৱ কৰিলে তেওঁ ভৰি থোৱা মাটিকণ যেন থৰ থৰকৈ কঁপিছে। বেচেৰীয়ে ঠাইতে বহি দিলে। চকুৰে ধুঁৱলি-কুঁৱলি দেখা দি দেখিলে। মহৰীৰ জ্বলা জুইত যেন ঘিউ পৰিল। শৰীৰৰ সকলো শক্তিৰে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "শুনিলি, শুনিলি নহয় নিজ কাণে? পুতেৰৰ কথা শুনিলি নহয়? উলিয়া, সাধ্য আছে যদি মোক গতিয়াই উলিয়া। ভিকহুৰ সচঁ, বোলে গাত নাই ছাল বাকলি, মদ খাই তিনি টেকেলি। লোকৰ এবেহা খাই তেল ফাটিল,

গাত শকতি হ'ল। শকতি দেখুৱাগৈ দেৱলাৰ ওচৰত, শকতি দেখুৱাগৈ সোমবাৰীৰ ওচৰত!"

প্ৰিয়নাথে ইমান জোৰেৰে চিঞৰ মাৰি দিলে যে মাক-দেউতাক বাদেই, স্বয়ং মহৰী চক্‌খাই উঠিল। পিৰিকতি মৰা সময়কণৰ বাবে হলেও কাৰো মুখত মাত-বোল নোহোৱাৰ দৰে হ'ল। আৰু তাৰ পিছতেই সকলোবোৰ যেন ওলট-পালট হৈ গ'ল। বাতৰ বিষ লৈ পৰি থকা প্ৰিয়নাথৰ দেউতাক বলিয়া হোৱাদি হ'ল। "তই কুকুৰ", বুলি একেজাপে প্ৰিয়নাথৰ ওচৰ পাই পূৰ্ণহতীয়া চৰ সোধাই দিলে। তাৰ পিছত উধাই-মূধাই মৰিয়াবলৈ ধৰিলে। সি কিন্তু নিশ্চল হৈ বৈ থাকিল। মাক আহি এপাকত মাজত সোমালহি, বাপেকে আঁজোৰ মাৰি মানুহজনীক আচাৰ মাৰি পঠোৱাদি পঠিয়ালে। হামখুৰি খাই পৰিলগৈ। গোলাপ মহৰী ওলাই দৌৰ মাৰিলে। প্ৰিয়নাথক চৰিয়াই ভুকুৱাই মানুহটো নিজে ঢলি পৰিল। ঢেল পণ্ডা দিয়াদি দিলে। প্ৰিয়নাথে সাবট মাৰি ধৰি মাকক চিঞৰি ক'লে—"পানী আন বৌতি, পিতাই মূৰ্চ্ছা গৈছে।"

বাপেক মূৰ্চ্ছা গ'ল। প্ৰিয়নাথে মূৰত পানী দিলে। মাকে বিচিবলৈ ধৰিলে। হুক্‌হুকাই কান্দিবলৈ ধৰিলে। বিয়া দিন ধৰি মানুহটোৰ এনে মূৰ্ত্তি কেতিয়াও দেখা নাই। প্ৰিয়নাথেও বাপেকৰ এই ৰূপ দেখা নাছিল। গোটেই গাওঁখনেই জানে তিলেশ্বৰ অতিকে নিমাখিত প্ৰাণী। মাটিত সাৰ আছে যদিও তিলেশ্বৰৰ গাত নাই। আনহাতে পকুৱা এটাও দেই নাযায়। কেতিয়াবা ঘৰুৱা কথাত খং উঠিলে অলপ হওঁতে চিঞৰ-বাখৰ কৰে। তাৰ পিছত সকলো চেঁচা পৰে। কাৰো গাত কেতিয়াও হাত দিয়া নাই। জীৱনত বহুত দুখ পাইছে; বহুত দুখ। লোকৰ লেদেনা উকতিও দুবেলা দুসাজ পেট ভৰাই খাবলৈ নোপোৱাকৈ এই বয়স পালেহি। তথাপি মুখৰ মাত নাই, কাকো কেতিয়াও দোষাৰোপ কৰা নাই। দেখ-দেখকৈ ককাই-ভায়েই ঠগিলে, তথাপি সুহুৰিলে। পাইছে খাইছে, নাই পোৱা, লঘোণে আছে। আজি হঠাৎ এই মূৰ্ত্তি ধৰিলে কিয়? হয়তো আজীৱন মনত সাঁচি থোৱা দুখ, শোক, ক্ষোভ আজি উজাৰ খাই আহিল। উজাৰ খাবলৈ এটা সুবিধা ওলাল।

প্ৰিয়নাথে ৰাপেকক দাঙি বিছনালৈ লৈ যাবলৈ বুলি ওলাওঁতে মাকে দেখিলে প্ৰিয়নাথৰ মুখত তেজ। দাঁতৰপৰা ওলোৱা তেজ, ওঁঠৰপৰা ওলোৱা তেজ! মাকে আৰু প্ৰিয়নাথৰ মুখলৈ চাব নোৱাৰিলে। আকৌ এবাৰ হুক্‌হুককৈ কান্দি দিলে। প্ৰিয়নাথে চিঞৰি দিলে—বৌতি তই নাকান্দিবিচোন, কান্দিবলৈ কি হৈছে?

কান্দিবলৈ কি হৈছে! এৰা কি হৈছে; বাত বিষত দেদাউৰিয়াই থকা গিৰিয়েকে খঙৰ ভমকত বলিয়া হৈ ছোৱালী আনিব পৰা বয়সৰ ল'ৰাটো মৰিয়াই দাঁতে-ওঁঠে তেজ উলিয়াই দিছে। এনে এটা দৃশ্য দেখাৰ পিছতো বাৰু কান্দিবলৈ আন কি কাৰণ লাগে! কান্দোন বেছি হ'ল, মাকৰ কান্দোন আগতকৈয়ো চৰিল। হয়তো ভালেমান দিনৰেপৰা এই কান্দোন মাকৰ বুকুত জমা হৈ আছিল। আজি চেগ পাই ওলাই আহিল। বিছনাত শুৱাই দিয়াৰ পিছত বাপেকে কেঁকাবলৈ ধৰিলে। প্ৰিয়নাথে বুজিলে লাহে লাহে বাপেকে জ্ঞান পাইছে। সি মাকক ক'লে—তই অকণ ইয়াতে বহি থাক বৌতি। মই বাহিৰৰপৰা আহোঁ। চকু মেলি পিতায়ে যদি মোক দেখে বেজাৰ পাব পাৰে।

মাকৰ কান্দোন তেতিয়ালৈকে বন্ধ হোৱা নাছিল। ভালেমান সময় হেকুতিয়াই হেকুতিয়াই কন্দাৰ পিছত তেতিয়ালৈ ফেকুৰি থকাৰ দৰে হৈছিল। আচৰিত কথা, ঠিক সেই সময়তে দুৱাৰ মুখত দেৱলা! দেৱলাক দেখি দৰাচলতে প্ৰিয়নাথ আৰু মাকে চক খোৱাদি খালে। কাৰণ আজি কালি দেৱলা ঘৰকৈ নাহে। অথচ এদিন এইখন ঘৰ তাইৰ ভাতঘৰৰ দৰে আছিল। গিৰিয়েকৰ ঘৰ এৰি অহাৰ পিছৰেপৰা দহে দহোটা কথা ৰটে। সহিবলৈ তাইৰ শক্তি নাই। সেয়েহে যিমান পাৰে সিমান তাই নিজকে আঁতৰাই ৰাখে। কোনোবাই মাতিলেহে ইখন সিখন কৰি দিয়েগৈ।

"দেৱলা"। প্ৰিয়নাথে ক'ব নোৱাৰাকৈয়ে নামটো উচ্চাৰণ কৰিলে। দেৱলাই প্ৰিয়নাথ, মাক, আৰু শুই থকা ৰৰপিতাকক দেখি আচৰিত হোৱাৰ দৰে হ'ল। "ৰৰপিতাইৰ অসুখ বেছি নেকি?" তাই সুধিলে—

—"এৰা অ", প্ৰিয়নাথৰ মাকে উত্তৰ দিলে।

—প্ৰিয় ককাইৰ মুখত দেখোন অ' গোঁসাই। ক'ৰবাত পৰিলা নেকি?

—এৰা অ'—প্ৰিয়নাথে সহজ উত্তৰ দিলে।

মই ক'তে মৰো। কʼত পৰিলা ?

—আমাৰনো পৰা ধৰা কি। দিনৰ দিনটো খুন্দা-খুন্দলি খায়েই থাকোঁ, শূল-জেওৰ আঁচোৰ খায়েই থাকো, বিছা বৰলে ডাকিয়েই থাকে।

পৰিস্থিতিটো পাতল কৰিবৰ মনেৰে প্ৰিয়নাথে ক'লে। সি আক' ক'লে—তই আহিলি ভালেই হ'ল, বৌতি অকলশৰে আছে, তয়ো অকণ বহ। মই হাত মুখ ধুই আহোঁ। ঘাটলৈ যাওঁ।”

—দেৰি নকৰিবা পিছে, খবৰ এটা দিবলৈ আহিলোঁ। ফুলি পাত পালো।

—পালি ? ক'ত ? কেনেকৈ।

—নক'বা আৰু। কেনেবাকৈ ছিগি বলাউজটোতে লাগিছিল। বলাউজটো আক' খুলি থৈছিলোঁ। মনেই কৰা নাছিলোঁ। থোকাছা মাৰিবলৈ বুলি নিওঁতেহে কিবা এটা জিলিকা যেন পালোঁ। দেখোন ফুলি পাত। মনটো এতিয়াহে মুকলি লাগিছে। ৰাতি পুৱাৰেপৰা কৈছো নহয় কি খন যে লাগি আছিল। বাৰু তুমি যোৱা, সোণকালে আহিবা। মই বৰবৌৰ ওচৰতে বহিছো।

—ঘৰত লেঠা-পিঠা থৈ আহিছ যদি নহ'লে নালাগে বুজিছ, ময়েই পাৰিম। —মাকে ক'লে।

—কিবা কাৰণত উঠি যাবলগীয়া হলেও দেখোন পিতাইৰ ওচৰত থাকিবলৈ দ্বিতীয় এটা মানুহ নাই। প্ৰিয়নাথে মাত লগালে।

—থাওক তেতিয়া হ'লে। তই পিছে সেইবুলি লেহেম কৰি নথাকিবি।

প্ৰিয়নাথে গামোছাখন মূৰত মাৰি লৈ বালি ঘাটলৈ বুলি খোজ দিলে।..

নৈখন সন্মুখত লৈ সি বালিখিনিৰ ওপৰতে বহিল। বালিখিনিকে খামুচি ধৰিলে। বাগৰিবলৈ মন গ'ল। অৱশ অৱশ লাগিল। আজিৰ দৰে ভাগৰ তাৰ কেতিয়াও লগা নাছিল, আজিৰ দৰে অকলশৰীয়া সি কাহানিও অনুভৱ কৰা নাছিল, আজিৰ দৰে কান্দিবলৈ বুলি তাৰ কাহানিও মন যোৱা নাছিল। পিতাকে আজি উৰাই ঘূৰাই মাৰিলে। কোনো দিন সি মাৰ খোৱা নাছিল। ডাঙৰ হোৱাৰ পিছত বাপেকে তাক সমীহ কৰিহে চলিছিল। যি কোনো কথাৰ মীমাংসা দেখোন সিহে কৰিব লাগে। বাপেকেতো ঘৰুৱা কথাত টু

শব্দ এটাও নকৰিছিল। কথাখিনি ভাবি তাৰ শোকে খুন্দা মাৰি ধৰা যেন লাগিছিল। মুখখন ধুই পেলাব লাগে। ওঁঠৰ তেজ চাগে' এতিয়া মানে ওঁঠতেই কৰাল মাৰিলে। চুৰীয়াখনতো তেজ লাগি আছে। ওঁঠ মোহাৰোতে লগা তেজ! চুৰীয়াখন ধুই পেলাব লাগিব। পোছাকী চুৰীয়া বুলি দ্বিতীয় এখননো ক'ত আছে আৰু। চকলিয়ালৈ বুলি ওলোৱাৰ বাবেহে এইখন পিন্ধিছিল। কিন্তু সদ্যহতে তাৰ একো কৰিবলৈ মন নগ'ল। বালিতে শুই থাকিবলৈ মন গ'ল। দিবৈৰ পাৰৰ বালিখিনিকে খামুচি খামুচি সি মুঠিতে বান্ধিবলৈ চেষ্টা কৰিলে। নাথাকে। আঙুলিৰ ফাঁকেৰে সৰকি যায়। এই দুখৰ মাজতো এই খেলাটোৱে তাক বেছ আমোদ দিলে। সি অলপ সময় সেই খেলাকে খেলি বালিত শুই পৰিল। এইখিনি সময়ত সাধাৰণতে নৈ ঘাটলৈ কোনো নাহে। বেলি ভটিয়াবৰ সময়তহে আহে। গতিকে প্ৰিয়নাথৰ টোপনি ধৰিল।

—উৰা, হেৰা, বোলো শুনিছানে, হেৰা প্ৰিয়ককাইদেউ। কি হৈছে তোমাৰ? উঠা।

ভালে সময় ধৰি ঘৰলৈ নোযোৱা দেখি প্ৰিয়নাথৰ মাকে দেৱলাকে পঠিয়াই দিলে চাই আহিবলৈ। মাকে বুজিছে ল'ৰাটোৱে আজি বৰ বেজাৰ পাইছে। মাকৰ বুকু পুৰি আছে। বুকুখন ধপধপায়ে আছে। দেৱলাই আহি দেখে বালিতে বাগৰি প্ৰিয়নাথ টোপনিত। দুবাৰমান মাতিলতো সাৰ নাপালে। বাধ্য হৈ তাই হেঁচুকি দিলে। সি সাৰ পাই খকমককৈ উঠিল। এনেকৈ বালিখিনিতে শুই থকাৰপৰাই ওচৰত দেৱলাক দেখি সি যেন নিজেই চক খাই গ'ল।

—তুমি কি মানুহ হয়নে? নৈৰ ঘাটৰ বালিতনো এনেকৈ শুবলৈ আছেনে?

সি দেৱলাৰ মুখলৈ চালে। সদায় দেখি অহা এইজনী দেৱলা। সকৰে পৰা দেখি অহা এইজনী দেৱলা। কিন্তু তাই, তাইৰ ইমান জেউতি ক'ত লুকুৱাই থৈছিল। সি তাইৰ হাতখনত খামোচ মাৰি ধৰিলে। অজ্ঞাতেই মুখৰপৰা ওলাল "দেৱলা।"

দেৱলাই প্ৰিয়নাথৰ চকুলৈ অবাক হৈ তোৱাদি চালে। গা শাঁত

পেলোৱা বতাহ এজাক বলি আছিল। দিবৈৰ লেহেম সোঁতত এচমকা ব'দ পৰি চিকমিকাই উঠিছিল। সিপাৰৰ হাবিডবাত কিবা চৰাই হুটাজানে ককৱাই আছিল। নিজানত সিহঁতৰ ককৱনিয়ে গোটেইখনকে যেন গহীন কৰি পেলালে। প্ৰিয়নাথে একেথৰে দেৱলাৰ চকুলৈকে চালে। দেৱলাই লৰা লৰিকৈ প্ৰিয়নাথৰ চকুৰপৰা তাইৰ চকু আঁতৰাই আনিলে। "তোমাৰ কি হৈছে প্ৰিয়ককাইদেউ ?"

কথাষাৰ সুধি দেৱলাই আৰু' প্ৰিয়নাথৰ চকুলৈকে চালে। প্ৰিয়নাথৰ এনে চকুৰ চাৱনি তাই কাহিনিও দেখা নাই। মানুহটো যেন বৰ অকলশৰীয়া।

তোমাৰ কিবা এটা হৈছে ককাইদেউ, কি হৈছে মোক কোৱা।

—হুঁ, নাই একো হোৱা নাই।

যিমান পাৰে প্ৰিয়নাথে লুকুৱাবলৈ যত্ন কৰিলে।

—মই মুগুনো কিবা এটা নিশ্চয় হৈছে। এনেখন কিয় কৰিছা ?

—কুকুৰক মই চাম। হাঁহ-পাৰৰ ডিঙি মোচৰা দি তাৰ ডিঙি মুচৰিম। সি মোক চিনি পোৱা নাই।

—মহৰীৰ কথা কৈছা ?

—সি হাইজাত মৰাই—

—ইমানকৈ নিচিঞৰিবাচোন, কোনোবাই শুনিব।

—পিছে কি হ'ল ?

—এনে সময়ত, এনে ঠাইত কোনোবাই আমাক হুয়োটাকে দেখিলে

—কাণ কাটি ভোৰ তাল বাব ?

—শহুৰ শাহুৰৰ ঘৰ এৰি অহাৰ বদনাম এটা মোৰ গাত লাগিয়েই আছে, আৰু বদনাম ৰটিবলৈ কেতপৰ লাগিছে ?

—মোৰ লগত ? মোৰ লগত তোৰ বদনাম ৰটিব ?

—সুকযৰ মুখত সোপা দিবা কেনেকৈ ?

—থ থ তোৰ সুকয ! কথা মই চিঞৰি চিঞৰিয়েই ক'ম, ভই যদি শুনিব নোখোজ উঠি যা। মই ভোক ইয়ালৈ মাতি অনা নাই।

দেৱলাই বুজিলে মানুহটোৰ খং মাৰ যোৱা নাই। ভিতৰি ভিতৰি গৰজি আছে। অলপ চিঞৰ-বাখৰ কৰিবলৈ নাপালে শান্ত নহয়।

—ৰবৰ্টোৰে মোক সকলো কথা কৈছে। মহবীৰ লগত কিবা লাগিছা বুলি। কি লাগিছা ভাগিছা হওঁতে নাজানো। মোৰ মনেৰে এইবোৰ হাই-কাজিয়া বেয়া।

—কুকুৰহঁতে যিহকে কয় তাকে শুনি থকা হ'বলা ভাল?

— তাকে নকৰি কৰিবা কি, এদিন হলেও সঁচাটো ওলাবই।

—তোৰ সেইবিলাক সাধু বচন মোৰ আগত আওঁৰাবলৈ নাহিবি। মোৰ ওচৰত থাকিবলৈ সাহস হোৱা নাই, গুচি যা।

—তেনেকৈনো কোৱা কেলেই?

দেৱলাই কৈ কৈ প্ৰিয়নাথৰ একেবাৰে কাষ চাপি গ'ল। বালিবোৰকে তাই খুচৰিবলৈ ধৰিলে। হাতৰ মুঠিত বালি লৈ ওপৰলৈ দাঙি তলৰ ফাকেৰে এৰি দিলে। প্ৰিয়নাথে তাইৰ মুখলৈ চাই থাকিল। সদায় দেখি থকা এইজনী দেৱলা। তথাপি সেইখন মুখলৈকে সি থৰ হৈ চালে। আগতে দেখোন ইমান মৰম লগা নাছিল।

কাৰো মুখত কথা নাই। দিৰৈৰ সোঁত বৈ আছে। সিপাৰৰ হাবি জৰাবপৰা ডাউক চৰায়ে মাতিছে। খৰালি ইয়াত বহিবলৈ বেছি ভাল। এতিয়া নৈখন পানীৰে ওপচি আছে। আৰু এজাকমান বৰষুণ দিলে আৰু বাঢ়িব। বাৰিষা বৰকৈ মানুহ দুনুহ এইফালে নাহে। খৰালি হোৱা হ'লে এতেপৰে জোৰে জোৰে মানুহ আহিলহেঁতেন। পানী খুৱাবলৈ গৰুও আনে। দেৱলাযো ঘপকৈ কথা-বতৰা বন্ধ কৰি দিয়া দেখি প্ৰিয়নাথৰ ভাল নালাগিল। সিয়েই কিবা এটা কোৱা ভাল।

—গিৰিয়েৰলৈ তোৰ মনত নপৰেনে?

তত্তিব নোৱাৰাকৈয়ে তাৰ মুখৰ পৰা কথাষাৰ ওলাই গ'ল। তাই পিছে একো নামাতিলে। সি আৰু ভুলকে কৰি পেলালে! সুধিলে, "তোৰ নিচিনা এজনীক এৰি মানুহটো বাৰু আছে কেনেকৈ?"

—মানুহ বুলি তোমাক কোনে ক'লে? এটা ৰাক্ষস। সেইবোৰ কথা মোক নুসুধিবা। একো নুসুধিবা। মই মানুহজনী মৰি গৈছো—দেৱলাই দুই হাতেৰে মুখখন ঢাকি হুকহুককৈ কান্দিবলৈ ধৰিলে। প্ৰিয়নাথে বৰ নিৰুপায় অনুভৱ কৰিলে। সি বিবুদ্ধি হ'ল। তাইক কি ক'ব, কি নক'ব ভাৱি

নাপালে। লাহেকৈ তাইৰ হাতদুখনত ধৰিলে। মুহূৰ্ত্তে তাই তাৰ বুকুত মূৰ গুজি কান্দি থাকিল। প্ৰিয়নাথে লাহে লাহে তাইৰ মূৰত হাতখন বুলাই দিলে। মুখখন তাৰ বুকুৰপৰা আঁতৰাই আনি তাইৰ চকুলৈ চালে। চকু পানীখিনি মোহাৰি দিলে। কেতিয়া কেনেকৈ সি নাজানে, তাৰ নাকটো তাইৰ নাকত লাগিল, কপালখন তাইৰ কপালত লাগিল, আৰু এটা সময়ত তাৰ ওঁঠ দুটা—সি দেখিলে সেইখন মুখ পাৰুলৰ, সেই নাক, সেই ওঁঠ, সেই কপাল পাৰুলৰ। পাৰুল! তাৰ নিচেই কাষত সেইজনী পাৰুল! সি শিৰাই শিৰাই অনুভৱ কৰিলে পাৰুলক। 'পাৰুল' বুলি তাৰ মুখৰ পৰা নামটো ওলাবই খুজিছিল। তেনেতে সি যেন চেতনা ঘূৰাই পালে। সি ঘপকৈ থিয় হ'ল। অনুশোচনাত তাৰ মৰি যাবৰ মন গ'ল। দেৱলা কিন্তু বহি থাকিল। নিশ্চল। সি লাহেকৈ মাতিলে—

—দেৱলা

দেৱলাই মুখখন ঘূৰাই দিলে। তাৰ বুকুখন কঁপি উঠা যেন লাগিল, আকৌ তাইক ক'লেও, "বেয়া নাপাবি। বলয়িা হোৱাদি হলো।"

এইবাৰো তাই নামাতিলে। সি অপেক্ষা কৰিলে দেৱলাই কিবা এষাৰ কওক। আন নহ'লেও গালি পাৰক, শাও দিয়ক, কান্দক। মুঠতে হয় কিবা এটা কওক, নহয় কিবা এটা কৰক। কিন্তু বিমুখ কৰি তাই শিল পৰা কপৌৰ দৰে হ'ল। সি আকৌ ক'লে—মই মহাপাপ কৰিলোঁ। 'অইনাই' কৰিলোঁ। ৰৌ ৰৌ নৰকত পৰিম। মোৰ গাত পোক লাগিব।

দেৱলাই তাৰ কথাৰ কোনো সহাঁৰিয়েই নিদিলে। সি অধৈৰ্য্য হৈ গ'ল। তাইৰ গাত ধৰি জোকাৰি দিলে। তাই চলচলীয়া চকুহাল মেলি তাৰ চকুলৈ চালে। প্ৰিয়নাথৰ কিবা খেলি মেলি লাগি গ'ল। ইমান চিনাকি ছোৱালীজনী বৰ অচিনাকি যেন লাগিল। সি দেৱলাক এই প্ৰথম দেখিছে। চকুৰ চাৱনি ইমান কাতৰ!

—এই মূৰটো কিবা গোলমাল হৈ গৈছিল। মই মানুহটো মানুহ হৈ নাছিলোঁ। বিশ্বাস কৰ দেৱলা, মোৰ নিজৰ কপালত নিজে চপৰিয়াবলৈ মন গৈছে।

দেৱলাই এইবাৰো নামাতিলে। সি আকৌ কৈ গ'ল।

—তোক মোৰ দেৱলা যেন লগা নাছিল। মূৰটো ভ্ৰম হৈছিল, চকুত চলিহা লাগিছিল। পাৰুলকে বিয়া কৰোৱাৰ কথা ভাবিছোঁ। বৃন্দাবন ককাইদেউৰ খুলশালীয়েক যে।

নাই, দেৱলাই একোকে নামাতিলে। প্ৰিয়নাথৰ বৰ অসহ্য লাগিল। দুখ বেজাৰ ক্ষোভ নে কিহৰ বাবে নাজানে তাৰ চিঞৰি দিবৰ মন গ'ল। কিন্তু দেৱলাৰ কোনো ভ্ৰুক্ষেপেই নাই। তাৰ উত্তেজনা বাঢ়ি গ'ল। মূৰটো গৰম লাগিল। চিঞৰিয়েই দিলে, "তই ইয়ালৈ কিয় আহিছিলি? কোনে মাতিছিল তোক? যা ইয়াৰপৰা যা। ঘৰলৈ যা। জহনীত মৰ, হাইজাত মৰ, মৰগৈ। মোৰ মূৰটো খাবলৈ আহিলি?"

হেকুটিয়াই হেকুটিয়াই কান্দিবলৈ ধৰিলে দেৱলাই। তাইৰ কান্দোনৰ শব্দ শুনিহে যেন তাৰো চেতনা ঘূৰি আহিল। ছেঃ! তাৰ নিজৰে বেয়া লাগিল। যিমান পাৰে মাতটো কোমল কৰি সি ক'লে—"এনেকৈ নেকান্দিবিচোন। শুনিছ? মোক বলিয়া কৰিছ কেলেই?"

দেৱলাৰ কান্দোন কমিল, উচুপনি থাকিল।

—এনেকৈ হেকুটিয়াই হেকুটিয়াই কান্দি মৰিছ কেলেই? নিজেও মৰিছ, মোকো মাৰিছ।

প্ৰিয়নাথৰ কোনো কথাৰেই উত্তৰ দেৱলাই নিদিলে। তাই যেন একো শুনাই নাই। আচলেৰে চকুহাল ঢাকি ধৰি আঁঠুতে মূৰ গুজি তাই বৈ থাকিল। প্ৰিয়নাথৰ এনে লাগিল যেন সি চিঞৰি চিঞৰি কৈ দিব, 'মোক তই কিবা এটা ক, শাও শপনিকে দে, গালি পাৰ, মুঠতে কিবা এটা ক।'

কিন্তু দেৱলাই একোৱেই নক'লে। একোবত ঘপকৈ উঠি তাই অহা বাটেৰেই গুচি গ'ল। সি কিবা বেঙাটো হৈ তাই যোৱাটোকে চাই থাকিল। তাৰো মুখৰ মাত হৰিল। এটা সময়ত তাই তাৰ চকুৰ সম্পূৰ্ণ আঁৰ হৈ গ'লগৈ। সি দৌৰি আহি নৈতে জাপ মাৰি দিলে। দুবাৰমান বুৰ মাৰিলে আৰু তিতা গা তিতা তিয়নিৰে ঘৰলৈ বুলি গৈ থাকিল। জোবোৰাটো মৰাৰ পিছত অকণমান মুকলি মুকলি লাগিল। এচোৱা বাটৰপৰা সি ঘৰলৈ বুলি দৌৰিবলৈ ধৰিলে। অলপ সময় দৌৰি থাকোতেই বাটত লগ পালে সকল'ৰাক। বলোভদ্ৰ ফুকনৰ ঘৰৰ সকল'ৰা।

—কি হ'ল, একেবাৰে গোণা ম'হটো অহাদি আছিলা দেখোন। সকল'বাই সুধিলে।

—তিতা তিয়নিৰে আহিছোঁ। শুচ বাটৰপৰা।

—সেইফালে ক'ৰবাত আমাৰ মেনকাক দেখিছিলানে ?

—মেনকা ?

সেই বিলাতী ৰাঙলীজনী ? তাইৰ নাম আক' মেনকাহে।

—মেনকা, উৰ্বশী, অপেস্বৰী চাই ফুৰাৰ সময় মোৰ নাই।

—এৰালতে থৈছিলোঁ। মূৰ পোলোকা দি কেনি লৰ মাৰিলে জানো। ইফালে আজি জগো, কালি জগো! ক'ৰবাত জগিবগৈ পাৰে। সেয়েহে বেটীৰ আক' জংঘলত জগাৰহে অভ্যাস। যোৱাবাৰ কৈছোঁ নহয়—

—তই সেইবোৰ বিচাৰ খোচাৰ কৰি থাক। মই যাওঁ।

—নহয়হে, সিফালে বুঢ়াই চিঞৰ-বাখৰ লগাইছে। মোৰ মূৰ খাওঁ যেন কৰিছে। আমাৰ সৰুজনো আহিছে নহয়।

— প্ৰদীপ ?

—এৰা। পৰহিয়েই পালেহি। আজি আক' বাসন্তীৰ সতে চকলিয়ালৈ গৈছে।

—চকলিয়া!

—বাসন্তীয়ে লগ ধৰিলে। বৃন্দাবন বোপাৰ শহুৰেকৰ ঘৰলৈ। পাকল যে, সেই খুলশালীয়েক, তাইৰ ওচৰলৈ আমাৰ আইটি যায় বোলে। কিবা চখ হৈছে। ধপ্‌ধপিখন লৈ প্ৰদীপ বোপাটি ওলাল আৰু। বোলে বল, অকণমান ফুৰিয়েই আহোঁ। খাওৱাৰ মাজেদি দিলে পোনাই। একেবাৰে ডিমৌ পাবগৈ। ডিমৌৰ পৰা মাৰি দিব চকলিয়ালৈ। তাৰপৰা যাব বোলে ঠাকুৰবাৰীলৈ। লোকৰ কথা কাণ্ড বেলেগ। ঠাকুৰবাৰীলৈ পিছে মোৰো যোৱাৰ কথা আছিল।

—ঠাকুৰবাৰীলৈ কেলেই ?

—এনেয়ে। পুৰণি ঠাই। তাহানি বৰ্দ্ধ কেৰাণীৰ দিনৰেপৰা ঠাকুৰ বাৰীলৈ মোৰো অহা যোৱা। তোমালোকে নাজানা। সেইখন আছিল তোমাৰ বৰ্দ্ধ কেৰাণীয়ে নিজে খোলা বাগিচা। ম'হখুটি বাগিচাৰ কেৰেণী হৈ থাকোতেই লোকে বাগিচা খুলিছিল। পিছে ৰাখিব নোৱাৰিলে। কেএল

মহাজনে টকা ধাৰ দি সুতত বাগিচাখনকে লৈ পেলালে। কোৱাহে শুনিছোঁ। আমি তেতিয়া নিচেই ল'ৰা মানুহ। বাগিচা বেচি বহু কেৰেণী কঁকাল চিগালৈ উঠি আহিল। সেই ৰামো নাইকিয়া হ'ল, অযোধ্যাও নাইকিয়া হ'ল।

—মই যাওঁ। তই গৰু বিচাৰ।

এইবুলি প্ৰিয়নাথে সাউত কৰে তাৰপৰা আঁতৰি গ'ল। প্ৰিয়নাথে জানে, সকুল'ৰা মাজে মাজে ঠাকুৰবাৰীলৈ কিয় যায়। ভকতপাৰাৰ গাঠিৰামৰ মাজুজনী চোৰেলীৰ ডাঙৰ ল'ৰা কণ্ঠিৰাম সোমাইছে ঠাকুৰবাৰী বাগিচাত। পাতি বাবু তিনি বছৰমান হৈছে। কণ্ঠিৰামৰ ঘৰলৈ মাজে মাজে মাকো আহে, চোৰেলী। চলকৰি সকুল'ৰাই বুঢ়ীক চাই আহেগৈ। সকুল'ৰাৰ যৌৱনৰ এই কাহিনী প্ৰিয়নাথে জানে। ভকতপাৰাতে শুনিছিল কথাষাৰ। পিছে সি সকুল'ৰাক সোধা নাই। সকুল'ৰায়ো কোৱা নাই। বলোভদ্ৰ ফুকনক প্ৰিয়নাথে সহিব নোৱাৰে। কিন্তু সকুল'ৰাৰ প্ৰতি তাৰ বেথা আছে। বেচেৰাই বুকুৰ জুই বুকুতে লৈ থাকিল। জীৱনটো তেনেকৈ শেষ হওঁ হওঁ। এৰা, সিওটো আজি চকলিয়ালৈ যোৱাৰ কথা আছিল। পাকুলৰ ওচৰলৈ। কি যে খেলি মেলিখন হৈ গ'ল!

ঘৰ সোমাবলৈ লৈয়েই তাৰ বুকুখন চিৰিংকৈ উঠিল। দেৱলা বাৰু ক'লৈ গ'ল? নিজৰ ঘৰলৈকে গ'ল, নে ইয়াত সোমালহি। সি হাতত সাৰে, ভৰিত সাৰে উমান লব'লৈ চেষ্টা কৰিলে। দেৱলাৰ মুখা মুখি হোৱাৰ সাহস তাৰ এতিয়া নাই। নিজৰ গালতে নিজে চৰিয়াবৰ মন গ'ল। সি বেৰৰ জলঙাইদি ভিতৰলৈকো চালে দেৱলা মাকৰ ওচৰত বহি আছে নেকি। উমান নাপালে। নাই, তাই হয়তো ঘৰলৈকে পোনাই দিলে। ৰক্ষা, সি তিতা তিয়নিৰে আহি ঘৰ সোমালহি। মাক তেতিয়াও শেতেলিত। দেউতাকো। ছুয়োৰে টোপনি কিজানি। সন্তৰ্পণে কাপোৰ সলাবলৈ বুলি কোঠালৈ সোমাল। কিন্তু সোমায়েই সি থৰ হৈ গ'ল। মাকৰ ভৰি পথানত দেৱলা বহি আছে। চুপ চাপ। সাহসেৰে সি তাইৰ ওচৰত বৈ গ'ল। তাই মুৰ দাঙি তালৈ চালে। প্ৰিয়নাথে দেখিলে দেৱলাৰ গালত এটা তেজৰ দাগ। লগে লগে সি নিজৰ ওঁঠটোলৈ হাত নিলে। দেউতাকৰ মাৰত তাৰ ওঁঠত তেজ ওলাইছিল!

## দহ

বৃন্দাবন ককাইদেৱে ৰবিক জামিনত আনিলে। ৰবি অহাৰ খবৰ শুনি প্ৰিয়নাথে তাৰ ঘৰলৈ যাব খুজিছিল। নগ'ল। মন তাৰ সমূলি ভাল নহয়। বাৰে বাৰে মনত তাৰ একেটা কথাই খুন্দিয়া খুন্দি কৰি থাকিল। হঠাৎ তাৰ কি হৈছিল, দেৱলাৰ ওচৰত সি ইমান দুৰ্বল হৈ পৰিছিল কিয়? কিয় দেৱলাই কান্দিছিল? তাইৰ মুখখন বাৰে বাৰে তাৰ মনলৈ আহি থাকিবলৈ ধৰিলে। তাৰ মনত এনে ভাবো হ'ল যে দেৱলাই যেন তাক চেনেহ কৰে,....যেন.... । কথাষাৰ তাৰ নিজৰ ভাল নালাগিল। পাৰ হৈ যোৱা দিনটো তাৰ বাবে বৰ বেয়া আছিল। মহৰীয়ে মেল চপাব। ঠিকেই, মহৰীৰ 'খেমতা' আছে। ধন আছে। চহৰৰ ভালেমান ডাঙৰ মানুহৰ লগত খাটিৰ বাতিৰো আছে। তাৰ হৈ মাত মাতোতা যে মেলত ওলাব, সেই কথা তাৰ মুঠেও মনে নধৰে......দেউতাকৰ এনে উগ্ৰ মূৰ্ত্তি দেখাৰ কথা তাৰ মনত নপৰে। দেউতাকো আজি পাগল হোৱাদি হ'ল। তাক একপ্ৰকাৰ গৰু মৰিৱাদি মৰিয়ালে। কথাবোৰ ভাবোতেও তাৰ চকু পানী ওলাই আহিল। দেৱলাই তাৰ মাকৰ ওচৰৰপৰা ওলাই যাওঁতে তাক আগফালৰ পিৰালিতে জুপুকা মাৰি বহি থকা দেখিছিল। তাই কিন্তু তালৈ চকুকে নিদিলে। সিয়েই মাতিব খুজিছিল। সাহস নহ'ল। তাই সিহঁতৰ ঘৰৰ পৰা ওলাই যোৱাতহে যেন সি সকাহ পালে। জুপুকা মাৰি বহি থাকোঁতেই সি খবৰ পালে যে বৃন্দাবন ককাইদেৱে ৰবিক জামিনত আনিলে। কথাষাৰ ক'লেহি সৰুল'ৰাই। সৰুল'ৰাক দেখিয়েই তাৰ চেবেংকৈ মনলৈ আহিল বাসন্তী পাৰুলৰ ঘৰলৈ যোৱা কথাটো। সৰুল'ৰায়েই কৈছিল প্ৰদীপৰ সতে বাসন্তী চকলিয়ালৈ গৈছে বুলি, পাৰুলৰ ওচৰলৈ। সৰুল'ৰাক সি শুধিলে :

—প্ৰদীপ আৰু বাসন্তী আহিলনে ঘূৰি? চকলিয়াৰপৰা?

—এপৰমানৰ আগতে পালেহি। ধপধপিতনো অহা যোৱা কৰিবলৈ কেতপৰ লাগে?

সকলোৰে আৰু কিবা-কিবি কৈছিল। প্ৰিয়নাথৰ কাণত নোসোমাল। পাকলৰ কথাই তাৰ মনলৈ আহিল। চকলিয়ালৈ বুলি ওলায়ো তাৰ যোৱা নহ'লগৈ। কিবা খেলি-মেলি হৈ গ'ল। শিমলু তলৰ মাটি ভৰা যে যোৱা হ'ল সেই খবৰ পাকলক এতিয়াও জনাব পৰা নাই। এবাৰ ভাবিলে; সি দুদিনমান আঁতৰি থাকিবগৈ নেকি ঘৰৰপৰা। ক'লৈ যাবনো? মৰাণত থকা বায়েকৰ ঘৰতে দুৰাতি মান থাকি আহিবগৈ পাৰে। পিছে সি নাথাকিলে এইখন ঘৰৰ কি হ'ব? হালোৱা গৰুহাল চাবলৈকে মানুহ এটা নাই। এনে এটা কথা ভাবি গোটেই সন্ধিয়াটো জুপুকা মাৰি বহি থাকিল। ভাতৰ পাতত বহিবলৈকো মন যোৱা নাছিল, কিন্তু সি জানে সি ভাতৰ পাতত নবহিলে মাক দেউতাক কোনেও কুটা এডালো মুখত নিদিয়াকৈ পৰি থাকিব। বাপেকে মনত দুখ পাইছে। সেই কথাও সি বুজি পাইছে। কাৰোবাৰ লগত কাজিয়া-পেচাল কৰিলে বাপেকে ভয় খায়। ডাঙৰটো ল'ৰা শ্ৰীকান্ত নাইকিয়া হোৱাৰ পৰা মাক দেউতাকে ছাঁ টোকে বাঘ দেখাদি দেখে। গতিকে সি সেইদিনা আৰু ৰবিৰ খবৰ কৰিবলৈ নগ'ল। পিছ দিনা পুৱাহে গ'ল। বিড়ি হুপি হুপি ৰবি ঘৰৰ ভিতৰতে জুপুকা মাৰি বহি আছিল। প্ৰিয়নাথক ওচৰতে বহিবলৈ দিলে। সোমবাৰীয়ে কাপোৰ এসোপা লৈ দিবৈৰ বালিঘাটৰ ফালে যোৱা দেখি আহিছিল। বুঢ়ী বিছনাৰ পৰা উঠা নাই। ৰবিয়ে সমস্ত কথা প্ৰিয়নাথক ক'লে। মণ্ডল আৰু মহৰীৰ কাজিয়াৰ বাবেই যে তাৰ ওপৰত এই 'চাজা' পৰিছে সেই কথা ভাঙি পাতি ক'লে। লগতে ইয়াকো ক'লে যে দুয়োটাই 'হাৰামি', দুয়োটাৰে সজাত নাই। মণ্ডলৰ গৰু হেৰাল, জগৰীয়া কৰিলে তাক। মণ্ডলে চল চাই আছিল তাক এসেকা দিবলৈ, মহৰীয়ে তাৰ হৈ মাত মাতিবলৈ এবাৰো ওলাই নাহিল। দুই ম'হৰ যুঁজত বিৰিণা মৰিছে। ৰবিয়ে মহৰী আৰু প্ৰিয়নাথৰ কাজিয়াৰ কথাও সোমবাৰীৰ মুখে গম পাইছিল। এইবাৰ প্ৰিয়নাথৰপৰা খৰছি মাৰি জানিলে। ৰবিয়ে ক'লে যে সি আৰু মহৰীৰ কাম কৰিবলৈকো নাযায়। আন কিবা এটা কৰিব লাগিব। কথাষাৰ শুনি প্ৰিয়নাথৰ বেয়া নালাগিল। ক'লে "শিমলু পথাৰৰ গাতে লাগি থকা জংঘলখনকে নাভাঙ কিয়? মই অকলে এড্ৰা ভাঙি দেখোন এইবাৰ কলোৱেই।"

—সেইবোৰ জানো চৰকাৰী মাটি নহয় ? ৰবিয়ে সুধিলে।

—হয়। পিছে পৰে যি হয় কিবা এটা হ'ব। এতিয়া এনেয়ে জংঘল হৈ পৰি থকা মাটিত তই যেনিবা খেতি কৰিলি, তাৰপৰা কাৰ লোকচান হ'বনো ?

—দেহা মাৰি খেতিলৈ বুলি মাটি উলিয়াই লোৱাৰ পিছত যদি যমৰ টেকেলা অহাদি মাটি কাঢ়ি লয়হি তেতিয়া কি হ'ব ?

—কৈছোৱেই দেখোন, তেতিয়াৰ কথা তেতিয়া ভাবিবি।

—জানা প্ৰিয়, এতিয়া মোৰ একদম মাথা ঠিক নাই। মই যি বুজিলোঁ, মাজে মাজে পুলিচ থানা, কেছাৰীলৈ গৈ থাকিব লাগিব। অকল বৃন্দাবন দাদাই মোক কি বচাব ?

—সত্যৰ সদায় জয় অ', সত্যৰ সদায় জয়।

—তুমি এতিয়াও "দুনিয়াৰ হাল" বুজা নাই প্ৰিয়, চৈতানচবে 'চব' ঠাইত বহি লৈছে। মোক 'বেইলত' আনিবলৈ কিমান টকা খৰছ হ'ল জানা ? তিনিশ দুই টকা। বৃন্দাবন দাদা, চৰ্দাৰ, ভিক্ষু, চবেই পইচা দিলে। তথাপি নহ'লগৈ। পিছত বৃন্দাবন দাদাৰ কোনোবা নিজৰ মানুহৰ পৰা টকা ধাৰ কৰি আনিলে, মই মোৰ 'বিনা কচুৰত' ইমান টকা ভৰিব লগা হ'ল, শাস্তি পালোঁ, ইজ্জত খেদিলোঁ। তুমি কোৱা প্ৰিয়নাথ, ইমান টকা মই ক'ত যোগাৰ কৰো ? মইতো বৃন্দাবন দাদা, চৰ্দাৰ, ভিক্ষুহঁতক পইচা ঘূৰাই দিব লাগিব।

—এতিয়া মূৰটো ঠাণ্ডা কৰি লচোন। সেইবোৰ চিন্তা পিছে পৰেও কৰিবি।

বুঢ়ীয়ে বিছনাৰ পৰাই প্ৰিয়নাথহঁতৰ কথা শুনি আছিল। কান্দি কান্দি কোৱা দিয়েই ক'লে, "দুখ আছে ৰে, নচিবে দুখ আছে। আগেৰ জনমেৰ পাপ। এই জনমে 'চাস্তি'।"

'আগেৰ জনমেৰ পাপ। এই জনমে শাস্তি।' প্ৰিয়নাথৰ খং উঠিল। এইটো ঈশ্বৰৰ কেনেকুৱা বিচাৰ ! আগৰ জনমত পাপ কৰিব, এই জনমত শাস্তি পাব ! কি দোষৰ বাবে শাস্তি পালে সেই কথাটোকে যদি নাজানে তেনেহ'লে সেইটো আক' ভাল বিচাৰ হ'লনেকি ? তথাপি প্ৰিয়নাথে একো

নামাতিলে। ৰবিয়েও নামাতিলে। বুঢ়ীয়ে অকলে অকলে ভোৰ ভোৰাই থকাদি থাকিল।

এটা সময়ত প্ৰিয়নাথ ৰবিৰ ঘৰৰপৰা যাবলৈ বুলি উঠিল। আক' সন্ধিয়া পৰত পাক এটা মাৰিবহি বুলি ক'লে। তাৰপৰা সি পোনাই দিলে শিমলু তলৰ ফালে। ৰোৱাখিনি চাই আহিবলৈ। হাবিয়নি ডৱাৰ দাঁতিয়েদি লুংলুঙীয়া বাট। ভালেদিন সেই বাটেৰে সি যোৱা নাই। তথাপি চিনাকি বাট। আগেয়ে সততে খৰি লুৰিবলৈ আহিছিল। ন-ভাঙনিত লাগিবৰেপৰা সেই পিনে মূ কৰা নাই। বহতজোপাৰ ওচৰতে সি অকণমান ৰ'ল। ওপৰলৈ চালে। অভ্যাস। আগেয়ে গছ জোপাৰ তলতে বহি বহুত খোৱাৰ অভ্যাস। সৰু কালৰ কথা মনলৈ আহিব খোজে। আক' সি আগ বাঢ়িল। অলপ দূৰ গৈয়েই সি চালে। দেখিলে প্ৰকাণ্ড কুন্দা এটাত বহি গিৰিধৰে বিড়ি হুপি আছে। ভালকৈ চাই দেখিলে ওচৰত 'কানহাইয়া' আৰু দুই চাৰিটা মানুহ। সি মাতি দিলে, "কোন অ' সেই কেইটা?" সিফালৰ কথা-বতৰা বন্ধ হ'ল। গিৰিধৰে তাৰ ফাললৈ চালে—

—আৰে প্ৰিয়, কি খবৰ, এই ফালে ক'ত আহিলা? গিৰিধৰে তাক সুধিলে।

— তহঁতিনো ইয়াত কি কৰিছ?

--নাই, এই খৰি দুই চাৰিডাল গোটাইছোঁ।

প্ৰিয়নাথ আগবাঢ়ি গ'ল, গিৰিধৰৰ ফালে। প্ৰকাণ্ড গছ কেইডালমান কাটি থৈছে। তাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে সিহঁতে কাঠ কাটিছে। গছবোৰ কাটি কাটি ইহঁতে গোটেইখন তহিলং কৰিলে। ফৰেষ্টৰ মানুহে ক'ব নোৱাৰাকৈ কাঠ কাটি থাকে।

- কাঠ কাটিছ হ'ব পায়?

প্ৰিয়নাথৰ কথাত গিৰিধৰে থত্‌মত খোৱাদি খালে। সি যিমান পাৰে সহজ হ'বলৈ যত্ন কৰি ক'লে—গছ চাৰি জোপা কিনি লৈছোঁ।

—কিনি লৈছ নে চুৰ কৰিছ?

—মোৰ কথা বিশ্বাস হোৱা নাই? যোৱা ফৰেষ্টত সুধি আহা। গৰ্গৈ গাৰ্ড আছে নহয়। সুধি আহা।

– মোৰনো কি দৰকাৰ সুধি ফুৰিবলৈ। এইফালে যাওঁতে তইঁতৰ মাত শুনিহে চালোঁ। কথা হৈছে— তইঁতৰ হাবি জংঘল কাটি খাণ্ডাং কৰিলেও মাত মাতোতা নাই, আমি খেতিৰ বাবে মাটি উলিয়ালেও দহটাক খোচামতি কৰিব লাগে।

কথাখিনি কৈ কৈ প্ৰিয়নাথ সেইখিনিৰ পৰা আঁতৰি গ'ল শিমলু তলৰ ফালে। শিমলু তলৰ বোৱা ডবাৰ ওচৰত সি বৈ গ'ল। মনটো তাৰ ফৰকাল লগাদি লাগিল। বোৱাবোৱে মূৰ দাঙি উঠিছে। তাৰ চুই চাবলৈ মন গ'ল। ৰিব ৰিবকৈ বলা বতাহ চাটিত তাৰ সমস্ত শৰীৰ শাঁত পৰি গ'ল। মুহূৰ্ত্তৰ বাবে সি পাহৰি গ'ল—আগদিনাখনৰ কথা, পাহৰি গ'ল ৰবিৰ কথা, পাহৰি গ'ল তাৰ নিজৰ সকলো দুখ বেজাৰৰ কথা। বোৱাখিনিলৈকে সি বহুত সময় চাই থাকিল। তেনেতে সি অনুভৱ কৰিলে, কোনোবা এটা জোঁপাই জোপাই আহি তাৰ ওচৰত বৈছেহি। সি ঘূৰি চালে—প্ৰবোধ।

—তোক বিচাৰি ঘৰলৈ গৈছিলোঁ। ৰবৌৱে ক'লে তই ৰাস্তিপুৱাই ওলাই গৈছ। মই বোলো তই নিশ্চয় এই ফাললৈকে আহিছ। এই বুলি ইয়ালৈকে আহিলোঁ। প্ৰায় একে উশাহতে প্ৰবোধে কথাখিনি ক'লে।

— কি হ'লনো ?

— আজি গধূলিকৈ নামঘৰত মেল। মহৰীয়ে চপাইছে। তোৰ ওপৰত গোচৰ। মোকে খবৰ দিবলৈ কৈছে। কথা কি হয়নে ?

এপলক তভক মাৰি প্ৰিয়নাথে প্ৰবোধৰ মুখলৈ চালে। তাৰ পিছত ক'লে, "ব'ল ঘৰলৈ যাওঁ। বাটত সকলো কথা কৈ যাম।"

ঘৰলৈ বুলি উভতি অহাৰ বাটত প্ৰিয়নাথে প্ৰবোধক সকলো কথা বিবৰি ক'লে। প্ৰবোধৰ খং উঠিল। বোলে, "তেনেহ'লে আমাৰ লগৰ গোটেই মখাকে মেললৈ লৈ যাম। তই ভয় নকৰিবি। দেখা যাব ক'ৰ পানী ক'লৈ যায়। ইহঁত উঠি ৰজা বহি ৰজা হ'বলৈ গৈছে। তই মুখত সৰু পানী চুম বুলিহে কৈছিলি। তুৰি-মুৰি কৰিলে মই সেই কাম কৰিয়েই দিম।"

প্ৰিয়নাথে প্ৰবোধৰ মুখত সোপা দি ধৰিলে। ক'লে, "মগজ ঠাণ্ডা কৰ। এজন মানুহ, এখন ৰাইজ একে নহয়। এজনক নামানিব পাৰ ৰাইজক মানিবি।"

—বাইজে যদি বান্দৰ নচাৰ দৰে এজনৰ কথাতে উঠ বহ করে, তেতিয়াও মানিব লাগিব নেকি ? —প্ৰবোধে সুধিলে।

—আগতে চাই চিন্তি লচোন।

—বৃন্দাবন ককাইদেউক মেললৈ মাতিছে নে নাই ?

—ক'ব নোৱাৰো। মোক মাথোন তোক খবৰ দিবলৈহে কৈছিল।

—কোনে ?

— নামঘৰীয়াই। বাকীবোৰক হেনো তেওঁলোকেই খবৰ দিব।

—তোকনো মোৰ ওচৰলৈ পঠিয়ালে কিয় ?

—বেলেগ কিবা মত্‌লব আছে যদি নাজানো।

—মহৰী তোৰ ওচৰলৈ আহিব পাৰে।

—নুওলা মুখৰ পৰাই খেদিম।

—সেইবোৰ কৰিব নালাগে। কি কয় শুনি ল'বি।

—ক'ব আৰু কিটো, তোৰ বদনাম ক'ব।

—যি কয়, শুনি ল'বি।

দুয়ো আহি প্ৰিয়নাথৰ ঘৰৰ পিছফালে উঠিলহি। প্ৰবোধে বাহিৰে বাহিৰে প্ৰিয়নাথৰ পৰা বিদায় লৈ গুছি গ'ল। প্ৰিয়নাথে সি যোৱাৰ ফাললৈকে অলপ সময় চাই থাকিল।

## প্ৰস্তাব

নামঘৰত মেল। ফুকনো আছিছে। মহৰীয়ে ধকধকীয়া চুৰীয়া আৰু পাটৰ পাঞ্জাবী চোলা পিন্ধি আহিছে। ছুয়োগাল চিকুণকৈ খুৰাই আহিছে। প্ৰিয়নাথ আহি মণিকূটৰ ফালে গৈ সেৱা এটা কৰিলে। কেনিও নোচো-ৱাকৈ পোনে পোনে আহি একেবাৰে শেষৰ চুক এটাতে অলপ সময় থিয় দি কোন ক'ত আহিছে চকু ফুৰালে। বৃন্দাবন ককাইদেউক নেদেখি মনটো তাৰ বেয়া লাগিল। হক কথাত মাত মাতোতা এটাই মানুহ আছে। লেখা-পঢ়া জনাৰ বাবে তেওঁলৈ সকলোৱে অলপ-অচৰপ ভয়ো কৰে। মহৰীয়েও। এটা কথাত চকু পৰাত তাৰ কেনেবা কেনেবা লাগিল। মহৰী আৰু মণ্ডল ওচৰা-ওচৰিকৈ বহি কথা পাতি আছে। একে চোঙত ছুটা বাঘ। সি জনাৰেপৰা ছুয়োৰে মাজত বেছ আঁৰিয়া অৰি আছে। আজিনো মেলত ছুয়ো এক হ'ল কেনেকৈ সি বুজিব নোৱাৰিলে। প্ৰবোধকো সি নেদেখিলে। গাওঁবুঢ়া কিজানি এপৰমান আগতে আহিল। ঢৰাত বহিছে। নামঘৰীয়াই কিজানি গাঁওবুঢ়ালৈকে খুন্দনাত তামোল খুন্দিছে। নামঘৰীয়া সম্বন্ধত গাওঁবুঢ়াৰ খুড়াকৰ ল'ৰা, ভায়েক। গাওঁবুঢ়াক সেয়েহে নামঘৰীয়াই ককাইদেউ বুলিয়ে মাতে।

—ৰাইজ আৰু বেছি নাহিব যেনেই পাইছো।

নামঘৰীয়াই ক'লে।

—আমি মেলখন আৰম্ভ কৰাই ভাল।

এইবুলি কৈ মহৰীয়ে মাননীৰ সৈতে শৰাই এখন সজাই ৰাইজৰ মাজত থ'লে।

গাওঁবুঢ়াই চাৰিওফালে এবাৰ চকু ফুৰাই ক'লে, "ৰাইজে যদি কয়, আমি মেল আৰম্ভ কৰিব পাৰোঁ। বাদী-বিবাদী উভয় পক্ষ আছেই।

অযথা কাল ক্ষয় কৰাতকৈ যি উদ্দেশ্যে ৰাইজ গোট খাইছেহি সেই কাম কৰিবহে লাগে।"

প্ৰিয়নাথে আক' এবাৰ ডিঙি মেলি দূৰলৈ চালে জানোছা বৃন্দাবন ককাইদেউ আৰু প্ৰবোধ আহিছেই। চকুত নপৰিল। মনটো তাৰ দমি যোৱা যেন হ'ল। যি মখা ইয়াত গোট খাইছেহি সেই মখাই কি মেল কৰি কি ৰায় দিব প্ৰিয়নাথৰ বুজিবলৈ বাকী নাই। সোপাই মাহ খোৱা বান্দৰ। তাৰ সন্দেহ হ'ল মেললৈ কিজানি অকল মহৰীৰ ফালে মাত মতা সকলকহে খবৰ দিয়া হৈছে। নহ'লেনো তাৰ হৈ মাত মাতিব পৰা এটাও মানুহ নাই কিয়? প্ৰবোধৰ কি হ'ল! সিয়েই দেখোন তাক খবৰ দি আহিছিল। বৃন্দাবন ককাইদেউকো মতাৰ কথা কৈছিল। তেওঁলোক অহা হ'লেও তাৰ মনলৈ যুঁজ কৰাৰ সাহস আহিলহেঁতেন। যুঁজ মানে কি আৰু? মুখৰ খজুৱতি মৰাহে। সি আক' ডিঙি মেলি বাহিৰলৈ চালে। কোনোবা ডুজনমান আহি থকা যেন লাগিল। সি আক' এবাৰ মেলত বহা মানুহখিনিলৈ চকু ফুৰালে। গাওঁবুঢ়াই কিবা এষাৰ যেন ক'লে। কি ক'লে নুশুনিলে। দেখিলে—গাওঁবুঢ়া লাহেকৈ বহাৰপৰা উঠিছে। হাতত চুৰটৰ বাবে চাদা আৰু 'পেপৰ'। প্ৰিয়নাথে অনুমান কৰিলে, গাওঁবুঢ়াই চাগে' নিশ্চয় কৈছে—"ৰ'বা, চুৰট এটান মাৰি আহিয়েই মেল আৰম্ভ কৰিম।" বুঢ়া হ'লেও গাওঁবুঢ়ায়ো সমাজৰ মাজত ধপাত চুৰট নাখায়। সেয়ে গাওঁবুঢ়া বাহিৰলৈ বুলি উঠি আহিল। পিছে পিছে নামঘৰীয়া। বাহিৰত আহি গাওঁবুঢ়াই চুৰট পকাই মানে নামঘৰীয়াই সাউত কৰে গৈ ঘৰৰপৰা আধাপোৰা খৰি এডাল লৈ আহিল গৈ। চুৰট জ্বলাবৰ বাবে। নামঘৰৰ গাতে লগা নামঘৰীয়াৰ ঘৰ। ঠিক সেই সময়তে প্ৰিয়নাথে দেখিলে বৃন্দাবন ককাইদেউ আৰু প্ৰবোধকে ধৰি সি বিচৰা পাঁচজন মানুহ আহিল। গাওঁবুঢ়াই তেওঁলোকক দেখি সুধিলে—"অলপতেহে পালিহি। নহ'লে ভগা সবাহত উকলি দিবলৈ অহাৰ গতেৰে হ'লহেঁতেন। ৰাইজে মেল কেতিয়াবাতে আৰম্ভ কৰিব খুজিছিল, মইহে বোলো চুৰটটো টানি লওঁ।"

প্ৰবোধে প্ৰিয়নাথক কাণে কাণে ক'লে, "দৰকাৰী কেইজনক একেলগে

চপাই গোটাই আনিছোঁ। সেই কাৰণেহে অলপ 'লেট' হ'ল"। প্ৰিয়নাথৰ মুখত হাঁহি ওলাল।

ইতিমধ্যে চুৰট শেষ কৰি গাওঁবুঢ়া আক' আগৰ আসনত বহিলহি। মেল আৰম্ভ কৰিব পৰা হ'ল। তেনেতে মহৰীয়ে মাত লগালে, "পিছে ৰাইজ, এই সভালৈ তাৰ বাপেক তিলেশ্বৰকো খবৰ দিয়া হৈছিল। নাহিল। পাৰোক্ষে ৰাইজলৈ পিঠি দিলে।" কথাষাৰ শুনি ফট্ কৰে প্ৰিয়নাথৰ মুখৰ পৰা ওলাই গ'ল, "বিচাৰ মোৰ ওপৰতহে, পিতাইক কেলেই? পিতাই বেমাৰী মানুহ বুলি ৰাইজখনেই জানে। আহিব নোৱাৰে।"

গুণগুণণি উঠিল। ফুকন মণ্ডলে বোলে, "কোনোবা এটা পঠিয়াই নহ'লে মতাই আনিব পাৰি।"

"কৈছোঁৱেই দেখোন, বিচাৰ মোৰ। মই সশৰীৰে আছোঁ। বিচাৰ কৰক।" প্ৰিয়নাথে ক'লে। লগে লগে দুই চাৰিজনৰ মাজত গুণগুণণি উঠিল। শেষত তাৰ দেউতাক নাহিলেও বিচাৰ হ'ব পাৰে বুলি সিদ্ধান্ত হ'ল। গাওঁবুঢ়াই মহৰীক গোটেই কথাখিনি ৰাইজৰ আগত দাঙি ধৰিবলৈ ক'লে। মহৰীয়ে ৰবিৰ ঘৰৰ চোতালত ঘটা ঘটনাৰ অদ্যোপান্ত বিবৰিলে। তাৰ পিছত প্ৰিয়নাথে তেওঁৰ মুখত "সৰু পানী চুব" বুলি কোৱা কথাষাৰ ভাওনাত ৰজা দশৰথে পুত্ৰহাৰা হৈ শোকৰ বচন কোৱাদি ভংগী কৰি ক'লে। এইখিনি কথা কৈ যাওঁতে মহৰীয়ে কান্ধৰ গামোছাখনেৰে দুই তিনিবাৰমান চকু মোহাৰি ল'লে। মহৰীয়ে চকুপানী মোহৰা দেখি সভাত থকা দুজনমানেও চুৰীয়াৰ আগেৰে চকু মোহাৰিলে। খন্তেকৰ বাবে সভাঘৰ কাঁহ পৰি জীণ যোৱাৰ দৰে হ'ল। মহৰী বহিল। আক' ফুচফুচনি গুণগুণণি, কথা কটা-কটি আৰম্ভ হ'ল। গাওঁবুঢ়াই বোলে, "এতিয়া প্ৰিয়নাথে কিবা ক'ব লগা আছে যদি কওক।" প্ৰিয়নাথ ঘপকৈ উঠিল। "ৰাইজ সেৱাহে", বুলি কৈ ক'বলৈ ধৰিলে, "মই মুখত হেৰি কৰিম বোলাটো সঁচা কথা। কিন্তু ৰাইজ, মই বলিয়া নহওঁ যে যেতিয়াই তেতিয়াই, যিহকে তিহকে ডাঙৰ সৰু বাছ-বিচাৰ নকৰি মানুহক কৈ ফুৰিম। এখন তাল নাবাজে। সেইষাৰো ৰাইজে বিচাৰ কৰিব লাগে।"

এইবাৰ ফট্ কৰে দেখোন ফুকন মণ্ডল উঠিল। বোলে, "ৰাইজ,

প্ৰিয়নাথে নিজ মুখে তাৰ দোষৰ কথা সৈ কাঢ়িছে। গৰ্হিত কাম। এটা উচিত দণ্ড হ'ব লাগে। মই কাৰো হৈ মাত মাতিব খোজা নাই। কিন্তু কথাতে কয় বোলে 'সভাত থাকি নকয় উচিত দোষে পায় কিঞ্চিত কিঞ্চিত।' এতেকে উচিত বুলি ভবাখাৰ ক'বই লাগিব। প্ৰথম কথা, প্ৰিয়নাথে তাৰ পিতৃ বয়সীয়া লোক এজনক নোবোলা বচন বুলিছে। ৰাইজে যদি ইয়াৰ উচিত দণ্ড নিবিহে তেনেহলে কাইলৈ আন দহজনকো বেয়া মাতেৰে কথা ক'বলৈ শঙ্কা নকৰিব। দ্বিতীয়তে, ৰাইজে এনেবিলাক দোষ চকু মুদি থাকিলে আনবিলাক ডেকা ল'ৰাকো নোবোলা বচন বুলিবলৈ আসৈ দিয়া হ'ব। সমাজ উচনে যাব। ভৱিষ্যত তেনেই আন্ধাৰ হ'ব। ভাল মানুহ, বয়সীয়া মানুহ বাটলৈ ওলাব নোৱাৰা হ'ব। গতিকে ৰাইজে কথাখাৰ দকৈ ভাবি চাওক। এজন মণ্ডল বা এজন মহৰীক অপমান কৰাটো বৰ ডাঙৰ কথা নহ'ব পাৰে, কিন্তু এই কামে যদি সমাজৰ অহিত সধাৰ শংকা থাকে, তেনেহলে ৰাইজে আদিতেই তাৰ উচিত ব্যৱস্থা ল'ব লাগে।"

আক' সকলো চুপ চাপ। প্ৰিয়নাথে সকলোৰে ফালে চালে। বৃন্দাবন ককাইদেউক প্ৰবোধে কাণে কাণে কিবা এটা কোৱা যেন লাগিল। বৃন্দাবন ককাইদেউ লাহেকৈ উঠিল। খুব গহীন গম্ভীৰ ভাৱে ক'বলৈ ধৰিলে, "আমিও হাজাৰবাৰ ক'ম যে এজন বয়োজ্যোষ্ঠ লোকক এনে ধৰণৰ কথা কোৱা অমাৰ্জনীয়। সেইফালৰপৰা আমি প্ৰিয়নাথক দোষী বুলি ক'বই লাগিব।"

প্ৰিয়নাথৰ কাণ মূৰ গৰম গৰম লাগিল। এয়া বৃন্দাবন ককাইদেৱে কি ক'লে! নাম ঘৰলৈ বুলি সোমাই আহোঁতে বৃন্দাবনে যে প্ৰিয়নাথক দেখিও মাত এযাৰ নমতাকৈ পাৰ হৈ আহিছিল, তাৰ গূঢ়াৰ্থ নিশ্চয় কিবা আছে। বৃন্দাবনকো কিজানি চল ভুল কৰি সিফলীয়া কৰি ল'লে। এনেতে বৃন্দাবনে গলহেকাৰি এটা মাৰি ল'লে। আক' ক'বলৈ আৰম্ভ কৰিলে, 'ৰাইজ, প্ৰিয়নাথ এইখন গাৱঁৰে ল'ৰা। তাক আপোনাসবে জানে। বহুতে তাক জন্মৰ দিনৰেপৰাই দেখিছে বুলিব পাৰি। কেতিয়াবা তাৰ জমক উঠে। কিন্তু সি গুৰুগোসাঁই নমনাৰ দৰে কাম কৰাৰ উদাহৰণ হ'লে নাই। তাৰ এটা স্বভাৱ অৱশ্যে আছে—হক কথাত মুখ পাতি ধৰে। এইটো আমি হ'লে গুণ বুলিছে ভাবোঁ।"

—তাৰ মানে বৃন্দাবনে ক'ব খুজিছে নেকি যে মই মিছা মাতিছোঁ? মহৰীয়ে ঘপকৈ বৃন্দাবনৰ মুখতে ধৰিলে।

—মোক কৈ ল'বলৈ দিয়ক দাইটি। মাজতে মাত মাতে কিয়?

—বেলেগ আৰু ক'বলৈ তোৰ কি আছে? ৰাওতে চিনিছোঁ যে শিয়াল পখৰা। তই কৈয়েই দিছ যে প্ৰিয়নাথে তেনে কাম আগতে কৰা নাই, গতিকে এতিয়াও কৰা নাই। অৰ্থাৎ মই মিছা মাতিছোঁ?

—আপুনি মিছাই খং কৰিছে।

—আলুগুটি এটাই নেগেলে ৰাইজ, এটা গেলিলে সকলো গেলে। ইহঁত সকলো এক। গেলা আলু।

মহৰীৰ কথা শুনি প্ৰবোধেই প্ৰথমে ঢেক ঢেককৈ হাঁহি দিলে। তাৰ পিছত আৰু কেইজনমানৰ হাঁহি শুনা গ'ল। মহৰীৰ খঙে চুলিৰ আগ পালেগৈ। তেওঁ চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "মই হেজাৰবাৰ ক'ম, আমাৰ সমাজ গেলিছে। ডেকাহঁতে ওভট গোৰে নাচিবলৈ ধৰিছে। যদি এইবোৰ দেখিও নেদেখা ভাও জুৰি ৰাইজ থাকিব খোজে, থাকক। মই নোৱাৰোঁ।"

গাওঁবুঢ়াই উচ্‌পিচাবলৈ ধৰিলে। ফুকন মণ্ডলেও বহি বহিয়েই কিবা কিবি ক'লে। কোনেও কাৰো কথা নুশুনাৰ দৰে হ'ল। বৃন্দাবনে কিবা এষাৰ ক'বলৈ কেইবাবাৰো চেষ্টা কৰিলে। কিন্তু গণ্ডগোলৰ মাজত তেওঁৰ কথাও কোনেও নুশুনিলে। গাওঁবুঢ়া থিয় হ'ল। ক'লে, "ৰাইজ, এনে গোলমাল হ'লে মেল চলোৱা টান হ'ব। এজন এজনকৈ কওক। বৃন্দাবনে কি কয় শুনি লৈ পিছত বিচাৰ কৰিম।" এইবুলি গাওঁবুঢ়াই মহৰীক প্ৰায় জোৰকৈ বহুৱাই দিলে।

বৃন্দাবনে কৈ গ'ল, "মই আগতেই কৈছো যে প্ৰিয়নাথে যি কাম কৰিছে সি ভাল কাম নহয়। কিন্তু আমি এই কথাও বিচাৰ কৰিব লাগিব যে স্বভাৱতে কম কথা কোৱা, আগে পিছে বঢ়াবচন নোবোলা প্ৰিয়নাথে কিয় এনে কৰিলে, অৰ্থাৎ কিয় এনে গৰ্হিত বচন বুলিলে। খোলোচাকৈ ক'বলৈ গ'লে এনে কি পৰিস্থিতিৰ উদ্ভৱ হ'ল যে প্ৰিয়নাথে তাৰ দেউতাকৰ বয়সৰ মহৰী ককাইদেউক এনে বেয়া কথা ক'ব লগা হ'ল। প্ৰথমে সম্ভৱ পৰিস্থিতিটোৰ বুজ লোৱাৰ আৱশ্যক। বৃন্দাবনৰ কথা শেষ হওঁ নহওঁতেই ফুকন মণ্ডল প্ৰায় দাং খাই উঠিল—"অৰ্থাৎ?"

"মই ক'ব খুজিছো এনে কি পৰিস্থিতিৰ সৃষ্টি হ'ল যাৰ কাৰণে সকলো ডাঙৰৰ মুখত সৰু পানী চুম বুলি কোৱাটোও দোষত নপৰিবগৈ পাৰে?" মহৰীয়ে হাত জোকাৰি জোকাৰি ক'বলৈ ধৰিলে। আৰু কৈ গ'ল — "বহুত দেখিছো ৰাইজ, বহুত শুনিছোঁ, নিবোকা গৰু যে কিমান 'হেৰি' মোৰ বুজিবলৈ বাকী নাই। ৰাইজে যদি বিচাৰ নকৰে, দলবান্ধি অহা ডেকা ছুটামানৰ কথাই যদি ৰাইজৰ কথা হয়, তেনেহলে ৰাইজ নিশ্চয়কৈ জানিব আইলৈ যেই হাত, বাইলৈও সেই হাত।"

মহৰী উত্তেজিত হৈছিল। কথা কওঁতে ডিঙিৰ শিৰবোৰ ফুলি ফুলি যোৱা যেন প্ৰিয়নাথে অনুমান কৰিলে। ডিঙিত গামোছাখন মেৰিয়াই থোৱা আছে বাবে দূৰৰ পৰা সি অৱশ্যে ধৰিব নোৱাৰিলে যদিও মহৰীয়ে গোটাই অনা 'হেজক্ লাইটৰ' পোহৰত সি দেখিলে তেওঁৰ কপালৰ শিৰদাল জিলিকি উঠিছে। বেছ হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হ'ল। কোনেও যেন কাৰো কথা নুশুনিব। গাওঁবুঢ়াই কৰযোৰে ক'লে, "ৰাইজ ধীৰে সুস্থিৰে আলোচনা কৰক, আমি বিচাৰ কৰিবলৈ আহিছোঁ যেতিয়া উচিত বিচাৰ কৰিমেই। দুয়ো প্ৰথমে বক্তব্য ৰাখক। তাৰ পিছত এটা এটাকৈ খৰছি মাৰি আলোচনা হ'ব। আমাৰ শ্ৰীযুত ফুকন ডাঙৰীয়াই কোৱা কথাও ঠিক, তেখেত মহৰীৰ কথাও ঠিক আৰু বৃন্দাবনৰ কথাও ঠিক। এনেকৈ ইয়াৰ মাজেদিয়ে আমি ঠিক ঠিক আলিটো উলিয়াব লাগিব। উত্তেজিত নহ'ব।" গাওঁবুঢ়াৰ কথাত সকলোৱে চাপৰি বজালে। গাওঁবুঢ়াই আক' এবাৰ চাৰিওফালে চাই ল'লে। তাৰ পিছত আক' গহীনাই গহীনাই ক'বলৈ ধৰিলে, "এটা কথা সঁচা যে দাৰে মাৰিলেও গাত পৰে, গদীৰে মাৰিলেও গাতে পৰে। অৰ্থাৎ প্ৰিয়নাথো আমাৰেই ল'ৰা, আমি অৰ্থাৎ আমাৰ, মানে আমি বুঢ়াখিনিৰ কথা কৈছোঁ, আমাৰ মান-সন্মানো সিহঁতেই ৰাখিব লাগিব। হেনজানি মই ভাবো আমি এটা সিদ্ধান্তলৈ অহা ভাল। কথা বঢ়ালে বাঢ়িহে যাব। শেষ সতকাই নহয়। হেৰ প্ৰিয়নাথ।" প্ৰিয়নাথ ঘপ্‌কৈ থিয় হ'ল, কৰযোৰে উত্তৰ দিলে, "ইয়াতে আছোঁ।"

"চাওঁ এহেলে আহ," এই বুলি গাওঁবুঢ়াই প্ৰিয়নাথক আগুৱাই আহিবলৈ ক'লে। প্ৰিয়নাথে সভক্তিৰে আগুৱাই আহিল।

—সেইখিনিতে বহ।

প্ৰিয়নাথ বহিল। কাঁহ পৰি জীণ যোৱা যেন হ'ল। সকলো মনে মনে ৰ'ল। গাওঁবুঢ়াই প্ৰিয়নাথক সুধিলে, "তই বাৰু বোপাই কচোন, ভাল কাম কৰিলিনে? বাপেৰৰ বয়সৰ লোক এজনক তেনে অবাইচ বচন বোলা উচিত হ'লনে?"

ভালেমান সময় প্ৰিয়নাথৰ মাত-বোল নাই। মহৰীয়ে জেপৰপৰা খৰিকা এডাল উলিয়াই দাঁতৰ ফাকত সোমাই থকা তামোলৰ টুকুৰাবোৰ খৰকিয়াবলৈ ধৰিলে। প্ৰিয়নাথৰ ফালে চোৱা নাই।

—ক, নেমাত কিয়, উচিত হ'লনে?

"ৰাইজে মোক ক্ষমা কৰক, ময়ো এষাৰ কথা সুধিব খোজোঁ", প্ৰিয়নাথে গহীনাই ক'লে।

—সোধ—গাওঁবুঢ়াই অনুমতি দিলে।

—আচলতে যিজনে মান ৰাখিব জানে, সেইজনেহে মান পায়। মান পাবলৈ মান ৰাখিব জানিবও লাগিব।

"তাৰ মানে?" মহৰীয়ে ঘপকৈ ধৰিলে। গাওঁবুঢ়াই মহৰীক বাধা দিলে। বোলে, "ক'বলৈ দিয়কচোন তাক। সি কৈ লওক। কৈ যা প্ৰিয়নাথ তোৰ কি ক'ব লগা আছে ক।"

—মোৰ কথাৰ উত্তৰ পালে ভাল পাম বৰদেউতা। মান বিচৰা জনে মান পাবলৈ হ'লে আনৰ মানো ৰাখিব লাগে। ৰাইজে যদি জানিব খোজে তেনেহলে সিদিনাৰ গোটেই কথাখিনি মই ক'ব খোজো। ৰাইজে শুনক, বুজক, যদি ৰাইজে মোকেই অকল দোষী বুলি ভাবে দণ্ড দিয়ক। ৰাইজৰ ৰায়, মাথা পাতি ল'ম।

—সিমানবোৰলৈ যোৱাৰ দৰকাৰ নাই বুজিছ! বৃন্দাবন অ'

"কওক"— বৃন্দাবনে ক'লে।

—তয়ে কচোন, কথাই কথাহে বঢ়াব। খৰ খজুৱাই সুত লাগে বুলিয়েই খজুৱাবলৈকে খৰ গাত থকাটো কোনোবাই বিচাৰে জানো? দেৱাই দি ভালহে কৰিব লাগে।

—কিন্তু খৰক খৰ বুলি চিনি পোৱাৰ পিছতহে তাৰ দেৱাই আনিব পৰা হয় বৰদেউতা। বেমাৰ নিচিনাকৈ দেৱাই দিব নোৱাৰি।

—তই বা কি ভাবি কথাষাৰ ক'লি?

—হক কথাটোহে কৈছোঁ বৰদেউতা।

—মই কৈছোঁয়েই, হক বিহকৰ বিচাৰ কৰি খুচৰি থাকিলে কথা বাঢ়িহে যাব। এতেকে মই ভাবো প্ৰিয়নাথে বয়সক মান কৰি মহৰীক ক্ষমা বিচাৰক। মহৰীয়ে পুত্ৰবৎ ভাবি ক্ষেমা কৰক। আমাৰ কথা হৈছে কলো ঢোকাত ৰ'ব লাগে ঢোকাও কলতে ৰ'ব লাগে। শুন প্ৰিয়, সময়ো ভালেমান হ'ল। মোৰ কথা জানই। হাই-উৰুমি বেয়া পাওঁ। ময়ো তোৰ বাপেৰতকৈ ডাঙৰ, তই মোৰ প্ৰকৃততে নাতিৰ সমনীয়াহে। এতেকে ময়ো কৈছোঁ, মহৰীক ক্ষমা বিচাৰ। যি হ'ল হৈ গ'ল। আৰু মহৰীকো ৰাইজৰ হৈ কওঁ, প্ৰিয়নাথক ক্ষেমা কৰক। বোলো তেজ ধুলে উটে, মঙহ ধুলে ক'ত উটিব। এতেকে নিজৰ বুলি ভাবি ল'লে এৰা ধৰা কৰাত সহজ হয়।

মহৰীয়ে আনফালে মুখ ঘূৰালে। প্ৰিয়নাথে প্ৰবোধ আৰু বৃন্দাবনৰ চকুলৈ চালে। বৃন্দাবনে প্ৰিয়নাথক ক্ষমা খুজিবলৈকে ইঙ্গিত দিলে। সিদ্ধান্তটো তাৰ ভাল নালাগিল। তথাপি সি ৰাইজৰ ৰায় বুলিয়েই ক্ষমা বিচাৰিবলৈকে স্থিৰ কৰিলে। অলপ ইতস্ততঃ কৰিয়েই সি আগবাঢ়ি আহিল আৰু কোনোফালে নোচোৱাকৈ কৈ গ'ল, "মই ক্ষমা বিচাৰিছোঁ।" গাওঁ-বুঢ়াই বোলে "মহৰী, তুমি আগবাঢ়ি আহি ল'ৰাটোক ক্ষমা কৰা।"

—ক্ষমা কৰিছেনে নাই কওক আৰু'—বৃন্দাবনে ক'লে।

—এহ মহৰী, শুদ্ধ হৈ লোৱা, শুদ্ধ হৈ লোৱা। কোৱা ক্ষমা কৰিছো বুলি,"। গাওঁবুঢ়াই ক'লে।

—ক্ষমা বাৰু কৰিছোঁ। পিছে ৰাইজ···এ থাওক, নকওঁ," ৰাইজৰ মাজৰপৰা কোনোবাই কোৱা শুনা গ'ল, "কওক, কৈ দিয়ক।"

—নধৰিব আৰু। শেষত লাগিলে ময়েই ফান্দত পৰিমগৈ। বাটৰ কচু 'হেৰিত' সানি লওঁ কিয়?

গাওঁবুঢ়াই বুজিলে মহৰী সন্তুষ্ট হোৱা নাই। কথা আৰু বাঢ়িবগৈহে পাৰে। সেয়েহে বোলে "আন কথা খুচৰি লাভ নাইহে মহৰী। যিটো কথা লৈ আমি গোট খাইছোঁহি, সেইটোৰে ফয়চলা হওক। সি ক্ষমা বিচাৰিছে, তুমি ক্ষমা কৰিছা। ৰাইজে হৈধ্বনি দিয়ক। বচ।"

ৰাইজে জয়ধ্বনি দিলে। প্ৰবোধে বোলে, গাওঁবুঢ়াৰ সদায় এক বিচাৰ। জোৰা-তাপলি মাৰি চলি যাব লাগে। পিছে গাওঁবুঢ়া বৰ্ত্তা, এইবিধ ঔষধে খৰ মুগুকায়, এপৰমানৰ কাৰণে হয়তো খজুৱতি মাৰিব পাৰে।"

## ব্যাধ

শিমলুতলৰ ন-ভাঙনিৰ ধান ভৰা ঠন ধৰি উঠিছে। প্ৰিয়নাথে চাই থাকিল। বতাহজাকৰ লগত ঢেঁও ধৰি নাচি থকা ধাননি ভৰালৈ চাই চাই সি ভালেখিনি সময় বহি থাকিল। মনটো তাৰ উলাহত নাচিবলৈ ধৰিলে। দুখ বেজাৰৰ কথা পাহৰি গ'ল। ঈশ্বৰে কৰিলে এইবছৰ হেকলৌ হেকলৌকৈ আঁজুৰি ফুৰিব নালাগে। ভাত মুঠিয়ে জুৰিবগৈ। ভায়েক দুটায়ো সপ্তাহত আহি চাউল দুটামান নিব পৰাকৈ কলত বনাই আনি থ'বহি পাৰিব। ৰবিক সি কৈছিল ওচৰৰ মাটিখিনি ভাঙিবলৈ। তাৰ মন ভাগিছিল। প্ৰিয়নাথেহে তাক উছাহ দিলে। অহা সপ্তাহমানৰপৰা কামত ধৰাৰ কথাও কৈছে। ভাল হ'ব। ৰবিৰ নিচিনা মানুহ এটা লগত থাকিলে সিও সাহস পাব। দুই এদিনতে সি চকলিয়াৰপৰা আহিবগৈ। সি নিজেই নাজানে এই মাটি ডোখৰলৈ আহিলেই কিয় তাৰ পাকলৈ মনত পৰে। মন উৰা মাৰিব খোজে। গা ইচাট-বিচাট লাগে।

"কোন অ' সেইটো।" মাতটো শুনি প্ৰিয়নাথ উচপ খাই উঠিল। ঘূৰি চাই দেখিলে সকুল'ৰাক।

—"অ' তুমিহে," সকুল'ৰাই ক'লে। "মই আক' ভয়েই খাইছিলোঁ কিবা দেও-ভুত বুলি। অকলে এনেকৈ ভুত বহাদি বহি কি ভাবনা চিন্তা কৰিছানো ?"

—এনেয়ে বহি আছোঁ। তইনো কি সকামত আহিলি ?

—নক'বা আৰু। আমাৰ ঘৰৰ ফালে তেনেই থৈয়া-নথৈয়া।

—থৈয়া নথৈয়া ?

—এফালে বাপেক, আনফালে তোমাৰ পুতেক-জীয়েক।

—কি হৈছে ?

—হ'ব আৰু কি, ডেকা ল'ৰাৰ যি হয়, সেয়ে।

—ক'ৰবাত প্ৰদীপে কিবা ঘটং মটং লগাইছে নেকি ?

হাঁহি হাঁহি প্ৰিয়নাথে সুধিলে।

—বহিবলৈ পাই শুবলৈ বিচাৰিছে।

—ক'ত কি কেণা লগাইছেনো ?

—দুদিন নে এদিন চকলিয়ালৈ গৈছিল নহয়—

—পিছে কি হ'ল—বৰ কৌতুহলেৰে প্ৰিয়নাথে সুধিলে

—ধপ্‌ধপিয়েই কাল হ'ল।

—বুজাইনো নকব় কেলেই অ'।

—কৈছো নহয়, ধপ্‌ধপিখন থকাৰ বাবেই চেগ পালেই এতিয়া চকলিয়ালৈ দৌৰে। পাৰুল বোলাজনীক বোলে বিয়া কৰায়। বাসন্তীৰো মন। সিফালে আমাৰ সিজন অগ্নিশৰ্মা। কোনোমতেই মান্তি নহয়। ল'ৰাও নাচোৰবান্দা।

প্ৰিয়নাথৰ বুকুখনত শিলগুটিৰে কোনোবাই ধপকৈ খুন্দা মাৰি দিয়া যেন পালে। কেইপলক মান সি তভক মাৰি ৰ'ল। তাৰ পিছত নিজকে চম্ভালি ল'লে। সুধিলে, "সিফালে বা কি কয় ?"

—সিফালে মানে ? ছোৱালী ঘৰে ? হেৰা, তুমিও ভাল দিয়া। ফুকনৰ ঘৰৰ লগত মিতিৰ কৰিবলৈ পোৱা ভাইগৰ কথা বুলিয়েই সকলোৱে ভাবেহে। ল'ৰাও ভালেমান লেখা-পঢ়া জনা। ফুকনৰ ঘৰৰ ল'ৰা ! কথাতে কয় বোলে ফটা হওক, চিটা হওক পাটৰ টঙালি, কণা হওক, খোৰা হওক ভূঞাৰ পোৱালি। এতিয়া ক'ব পৰা, কণা হওক খোৰা হওক ফুকনৰ পোৱালি।

সকলোৱাই নিজৰ কথাতে নিজে ৰস পাই হো হোকৈ হাঁহিবলৈ ধৰিলে। প্ৰিয়নাথৰ কাণ-মূৰ গৰম হ'ল। সকলোৱাই যেন তাৰ ফাললৈ চাই তাকেই দাঁত নিকটাই দেখুৱাইছে।

সকলোৱাই কৈ গ'ল, "এদিন বোলে ধপধপিত উঠাই ছোৱালীক শিৱসাগৰৰ পৰা ফুৰাই আনিলেগৈ। ৰাজমাইত থকা মিতিৰৰ ঘৰত জা-জলপানো খাই আহিল। ডিমৌত টকীও চালে।

পাৰুলৰ স'তে ?

—সেই বুলিয়েই শুনিছোঁ।

—পাৰুলৰো তাৰমানে মন আছে?

- এখন তালনো বাজেনে?

—বিয়া তেনেহ'লে হ'ব?

— সেয়ে লৈতো ভীম-বকাসুৰৰ যুদ্ধৰ গতেৰে হৈছে।

—ঘৰৰ আপত্তি?

—দেউতাৰ কথা হৈছে সমানে সমানে কৰিবা কাজ হাৰিলে জিকিলে নাই লাজ। এতিয়া দুয়োঘৰ তোমাৰ হাতী আৰু মাখি। দেউতাই বেয়া পাইছে। পুতেক জীয়েকে নেৰে। আজি ৰাতিপুৱাই কি কপালৰ ফেৰ নাজানো—ছোৱালীৰ ফট' এখন দেউতাৰ হাতত পৰিলহি। প্ৰদীপ বোপাৰ আক' সেইটোও আছে নহয় সেই কেমেৰা নে কি ফট' মৰাটো। মাৰি আনিছিল চাগে'। অসাবধান, কেনেবাকৈ মেজৰ তলত পৰি আছিল। বোলে য'তে বাঘৰ ভয় ত'তে ৰাতি হয়—দেউতাৰতো চকু তাতেই পৰিল। সেয়ে সূত্ৰপাত। তাৰ পিছত কথা কটা-কটি হৈ হুলস্থুল। খঙতে দেউতা ঘৰৰপৰা ওলাই আহিল।

—কলৈ?

- কেনেকৈ ক'বা? যিটো চোটত ওলাই আহিছে চকলিয়া পায়গৈ বুলিহে ভয়। সিফালে আমাৰ প্ৰদীপেও ফটকৈ ভতভতি নে ধপধপি সেইখন লৈ ওলাই গ'ল। আক' দুই বাপেক পুতেক চকলিয়াত লগ লাগিলেহে ভাল মজাটো উঠিব। আয়ে সেইবোৰ দেখি শুনি মোক বোলে, “সৰু যাচোন, বাইদেউক মই মাতিছোঁ বুলি কৈ আহ।” ময়ো এই মথা-উৰিয়েদি গৈ আইৰ ঘৰ পালোগৈ। মাতিছে বুলি কৈ আহিলোঁ। কিবা মীমাংসা কৰিব চাগে।

দৰাচলতে, সৰুল'ৰাই কোৱা পিছৰ কথাখিনি প্ৰিয়নাথৰ কাণত নোসোমাল, পাৰুলে কিয় এনে কাণ্ড কৰিলে! বলোভদ্ৰ ফুকনৰ ল'ৰা লেখা-পঢ়া জনাৰ বাবে পাৰুলে মন ঘূৰিলে নেকি। নে বলোভদ্ৰ ফুকনৰ ধন-সম্পত্তিৰ বাবে? পাৰুলে কি তাৰ কথা বুজা নাছিল? বেলেগে আৰু বুজাবলৈ তাৰ কি বাকী আছিল? পোনে পোনে “তোমাক মই বিয়া

কৰাম” বুলি কোৱা নাছিল যদিও একপ্ৰকাৰে সেই কথা সি পাৰুলক ভালেমান দিন কৈছিল দেখোন। সৰুল'ৰাই তেতিয়াও আৰু কিবা কিবি কৈ আছিল। সি প্ৰায় ধমক মাৰি কোৱাদি ক'লে, “যেয়ে যি কৰে কৰি থাওক, তোক কেলেই ? যা ইয়াৰপৰা।”

প্ৰিয়নাথে ইমান জুতা মাতেৰে ক'লে যে সৰুল'ৰা ভালেমান পৰলৈকে অবাক হোৱাদি হৈ প্ৰিয়নাথৰ মুখলৈকে ৰ লাগি চাই থাকিল। তাৰ পিছত কিবা এটা ভোৰভোৰাই তাৰপৰা আঁতৰি গ'ল। অলপ আগলৈকে লহ-পহকৈ বাঢ়ি অহা ধাননি ডৰা চাই চাই গা-মন পিৰ পিৰাই যোৱা প্ৰিয়নাথৰ নিজকে মৰিশালি এখনত বহি থকা যেন লাগিল। গোটেইখন উদং উদং লাগিল তাৰ। ভাগৰ লগা দিও লাগিল। তথাপি সি বহাৰ পৰা উঠিল। কেইবাদিনো ধৰি মনটো তাৰ বেয়া। বাপেকৰো লাহে লাহে অসুখ বেছি হৈ আহিছে। এশ এটা বেমাৰ। কোনদিনা টুপুককৈ যায় ঠিক নাই। মহৰীয়ে গেলাত টেঙা দিলে। তাৰ পিছৰেপৰা মানুহটো একেবাৰে মৰামুজা হ'ল। মাকে কৈছে ব্লকৰ ডাক্তৰকে লগাব লাগে। ব্লক মানেও তিনিঘণ্টাৰ বাট। ওচৰতনো ক'ৰ ব্লকখন আছে। থাওৰা বা আমল'গুৰি বাগিচাৰ ডাক্তৰ সতকাই নাহে। যিহকে নকৰক লাগে, ধন এগাল লাগে। সিমান গাল ধনো হাতত নাই। বৃন্দাবন ককাইদেউৰ লগত মজুমদাৰ ডাক্তৰৰ চিনাকি। মজুমদাৰ ডাক্তৰ মানে ডাক্তৰ নহয়, কম্পাউণ্ডাৰহে। সকলোৱে কিন্তু ডাক্তৰ বাবু বুলি মাতে। টানে-আপদে তেওঁকে অনা হয়। ধনৰ বদলি বাৰীৰ কল অথবা শাক-পাত দিলেও হয়। আপত্তি নকৰে। সেই মজুমদাৰ ডাক্তৰক অনাৰ কথাও মাকে তাক কৈছিল। বৃন্দাবন ককাইদেউৰপৰা চিঠি এখন লৈ তেওঁৰ ওচৰলৈ যোৱাৰ কথাও প্ৰিয়নাথে ভাবি আছিল। পিছে সেইফেৰা কামো হোৱাগৈ নাই। যোৱাদিন কেইটাত সি তিতা-কেঁহা বহুত পাইছে। মন বেয়া। কৰো বুলি ভবাটো কৰা নহয়গৈ, খেলি মেলিখন হয়। পাৰুলৰ ঘৰলৈকে যাওঁ বুলি গৈ—

পাৰুল! প্ৰিয়নাথৰ আক' গোলমাল লাগি গ'ল। পাৰুলে তেনেহলে প্ৰদীপক···। প্ৰদীপৰ ভত্ভতি নে ধপ্ধপিত উঠি···এৰা, তেনেকৈ ধপ্-

থপিত তুলি টকী-বাইস্কোপ দেখুৱাব সি নোৱাৰে, হয়তো গোটেই জনমতে নোৱাৰিব। প্ৰদীপৰ দৰে নিমজ চোলা কাপোৰ তাৰ নাই। নিজকে সি প্ৰদীপৰ লগতে মনে মনে মিলাই চালে। নিজৰ গাটোলৈ চালে, হাত ভৰিবোৰ চালে, বৰ কেনেবা কেনেবা লাগিল। প্ৰদীপহঁতৰ হাত ভৰিবোৰ কিমান নিমজ, গাৰ ছাল কিমান মিহি, চকু-মুখ কেনে দেখনিয়াৰ। কিন্তু দেহৰ শক্তিৰে পাৰিবনে প্ৰদীপে তাৰ লগত? পাৰিবনে তাৰ দৰে জাৰণি ভাঙি, উই হাফলু খহাই, ফেঁটীসাপ কোৰেৰে দুচেও কৰিব? তাৰ এই ন-ভাঙনি মাটি ডবাৰ ধানখিনিৰ দৰে অকলে খেতি কৰিব পৰা কলিজা প্ৰদীপৰ আছে? সিটো পাৰুলক নুখুৱাই নামাৰে। সি এই দুহাতেৰে আঁজুৰি ফুৰাৰ শকতি পাৰুলৰপৰাই পাইছিল। পাৰুল! চন্দ্ৰা নবৌৰ মৃত্যুৰ সেই ভয় লগা ৰাতিটোৰ কথা তাৰ মনলৈ আহিল। প্ৰিয়নাথে নিজেই ক'ব নোৱাৰিলে, কেতিয়া কেনেকৈ সি ওচৰতে পৰি থকা সৰু শিল এটা বুটলি ল'লে আৰু ওচৰৰ চতিয়না জোপাত পৰি থকা কণামুছৰি জাকলৈ মাৰি পঠিয়ালে। চিঞৰ-বাখৰ কৰি কৰি কণামুছৰিজাক উৰিবলৈ ধৰিলে। আৰু ঘূৰি আহি সেইজোপা গছতেই পৰিলহি। তাৰ মুৰটো আচন্দ্ৰাই কৰা যেন লাগিল, কিন্তু তালৈ ভ্ৰূক্ষেপ নকৰিলে। সি চিঞৰি চিঞৰি গাবলৈ ধৰিলে—

যত সুত ধন জন সবে বিষ্ণু মায়া।
আকাশত প্ৰকাশে মেঘৰ যেন ছায়া॥
বিজুলী চমক যেন জীৱন অথিৰ।
পদ্মৰ পত্ৰৰ যেন জল নুহি থিৰ॥

মুকলি পথাৰ, কাষত জাৰণি, অকণমান আঁতৰতে বোকাঘাট। এই সকলোৱে, মিলি যেন তাৰ গোৱাখিনিকে গালে…

বিজুলী চমক যেন জীৱন অথিৰ
পদ্মৰ পত্ৰৰ যেন জল নুহি থিৰ…

—কোন? প্ৰিয় নেকি?

কোনোবাই মতা যেন শুনি প্ৰিয়নাথ বৈ গ'ল। সি উত্তৰ দিলে—"কোন নো?"

—মই হে

—কানহাইয়া নেকি ?

—অঁ’

প্ৰিয়নাথে দেখিলে হাবিথনৰ পৰা কানহাইয়া ওলাই আহিছে। কানহাইয়াৰ সম্বোধনৰ ঠিক নাথাকে। প্ৰিয়নাথক কেতিয়াবা “প্ৰিয়নাথ” বুলি মাতে, কেতিয়াবা “প্ৰিয় ককাইদেউ” বোলে, কেতিয়াবা “প্ৰিয় ভাই” বোলে। একো ঠিক নাই। কানহাইয়াক দেখি প্ৰিয়নাথে সুধিলে—

—উৰা, তইচোন এইফালৰ হাবি ডৰাৰপৰা ওলালিহি ? কাঠ-চাঠ চুৰ কৰাৰ ‘মতলব’ কৰিছ নেকি ?

—দৰকাৰ পৰিলেতো তুই এজোপা গছ নিবই লাগিব। তোমাৰ কিন্তু খেতি ভাল হৈছে দেই প্ৰিয়ককাই। ধান গাছবিলাক বেছ তাগৰা তাগৰা হৈছেঁ। মাটি ভাল। খালি মস্কিল এটা আছে। গৰমিণ্ট মাটি। গোলমাল কৰিব পাৰে। ৰিপৰ্ট পৌছি গৈছে। বাপ মণ্ডল আমাৰ ঘৰত কালি আহিছিল। বাপ মণ্ডলক হেনো এছ, ডি, চি, কৈছে।

—কি কৈছে ?

—মণ্ডলক ৰিপৰ্ট খুজিছে। মই মণ্ডলক কৈছো বোলো জংঘল মাটি, পৰি আছিল। পিয় ককায়ে খেতি কৰিছে। ভালেই হৈছে। তেওঁক জুলুম নকৰিব। মণ্ডলে বোলে—ওপৰৰ হুকুম, ৰিপৰ্ট কৰিবই লাগিব। মই কালিয়েই তোমাক খবৰ দিম বুলি ভাবিছিলোঁ। কালি টাইমেই নাপালো। আজি তোমাৰ কাষত গ’লোহেঁতেন।

—কৰক ৰিপৰ্ট। হয় মই খেতি কৰিছো, মই কি মাটি চুৰকৈ নি পেৰাত ভৰাই থৈছো গৈ নেকি ? তইঁত মখাই যে ভাল ভাল গছবোৰ কাটি কাটি চুৰকৈ বেচি আছ সেইবোৰ কাৰো চকুত পৰা নাই ? পৰিল গৈ মোৰ খেতিৰ মাটিখিনিত ?

—দেখা প্ৰিয়নাথ, সেইচব কথা নক’বা। গছ কটাৰ পাৰ্মিট আমাৰ আছে ?

—জানো দে অ’ কানহাইয়া, সকলো জানো। দুদাল গছ কটাৰ পাৰ্মিট ল’বি, বিছদাল গছ চুৰকৈ কাটিবি। মই কিবা নাজানো নেকি ?

মণ্ডলক ৰিপৰ্ট কৰিবলৈ ক। ৰঙা ঘৰৰ ভাত খাব লাগে যদি খামগৈ। ময়ো চাম ক'ৰ পানী ক'লৈ যায়!

এই বুলি উচাত মাৰি প্ৰিয়নাথে ঘৰৰ ফালে পোনাই দিলে। সি বুজিলে, আৰু ক'ৰবাত গণ্ডগোল এটা লাগিব। বৃন্দাবন ককাইদেউৰ ওচৰলৈকে সি যাব। এটা পৰামৰ্শ ল'বগৈ।

প্ৰিয়নাথে প্ৰায় দৌৰি যোৱাদি গ'ল। পদূলিমুখৰ পৰাই চিঞৰিলে, "ককাইদেউ আছানে, ককাইদেউ।"

—কোন অ', প্ৰিয় নেকি! আহ, ইয়ালৈকে আহ। সোমাই আহ।

প্ৰিয়নাথ সোমাই গ'ল। পিছ ফালৰ বাৰণ্ডাতে বহি আছে বৃন্দাবন ককাইদেউ আৰু ৰবি। বৃন্দাবন ককাইদেৱে কিবা দৰ্খাস্ত লেখিছে ৰবিৰ হৈ। প্ৰিয়নাথৰ চেহেৰা দেখিয়েই বৃন্দাবনে বুজিলে কিবা জৰুৰী সকাম বুলি। সি সুধিলে।

—বৰ তৰাহুৰা কাঢ়ি অহা যেন লাগিছে দেখোন অ' প্ৰিয়।

—মোৰ মাথাৰ ঠিক নোহোৱা হৈছে ককাইদেউ। কানহাইয়াই ক'লে," কানহাইয়াই কোৱা কথা খিনি সি বৃন্দাবনৰ আগত ক'লে। লগতে এইধাৰো ক'লে যে ৰবিকো সি লগ লৈছে ওচৰৰ মাটিখিনিৰ কাৰণে। মাজতে ৰবিয়ে বোলে, "মোৰ সেই কাৰণেই ভয় লাগে। 'খুন দি' ফচল কৰিবা, তাৰ পিছত কোনোবাই আহি তাৰ ওপৰত মালিকী খটুৱাব।" বৃন্দাবনে সকলো কথা শুনি বোলে, "কি কৰিব পাৰোঁ মই চাওঁ। মণ্ডলক মই বাৰু লগ ধৰিম। এছ, ডি, ছিৰ ওচৰলৈকো যাব লগা হ'লে যাম। এতিয়া চিন্তা ভাবনা নকৰিবি।"

—কিন্তু ককাইদেউ, ধান দাবৰ সময়ত কোনোবা যদি নপতা ফুকন ওলায় হি?

—সেইটোৱেই স্বাভাৱিক। পিছে ক'ৰবাত কিবা পাক নিশ্চয় আছে বুজিছ, কানহাইয়া মাজত সোমাল কেনেকৈ? মণ্ডলে যদি কিবা ক'ব লাগিছিল তোক চিধা-চিধি নক'লে কেলেই? মণ্ডলকতো তই চিনি পাৱ, তোকো চিনি পায়। সেয়েহে কৈছোঁ বুজিছ, কথাৰ মেৰপাক থাকিব পাৰে। মই গমি-পিতি লৈ কিবা এটা কৰিম। মই চকলিয়ালৈ যাম। শত্ৰুৰ

ঘৰৰপৰা খবৰ দিছে। কিবা জৰুৰী কথা আছে বোলে। আহোঁতেই মণ্ডলৰ তাত সোমাই আহিম।

“চকলিয়ালৈ?” প্ৰিয়নাথে তত ধৰিব নোৱাৰাকৈ ‘চকলিয়ালৈ’ বোলা শব্দটো উচ্চাৰণ কৰিলে।

- যাবি নেকি তয়ো? যাব যদি ওলাবি একেলগে যাম। লগ এটা হ’লে ভাল লাগিব।

প্ৰিয়নাথ অলপ সময় ডবক মাৰি ৰ’ল। পাৰুলৰ কথাখিনি তাৰ ক’বলৈ মন গৈছিল, সৰু ল’ৰাই কোৱা কথা খিনি নক’লে। এৰা সি নিজেই এবাৰ গৈ কথাৰ গম গতি লৈ অহা ভাল হব। সিও যাবলৈকে ঠিক কৰিলে।

—যাব পাৰোঁ। এতিয়া অৱশ্যে আন লেঠা পিঠাও নাই।

## তেৰ

ৰাতি শেতেলিত পৰিও প্ৰিয়নাথে পাৰুলৰ কথাই ভাবিলে। সিহঁতৰ মাজত এনেকৈ ফুকনৰ ল'ৰা প্ৰদীপ আহি সোমালহি কেনেকৈ? প্ৰদীপৰ ওপৰত অকাৰণতে তাৰ খং উঠিল। এবাৰ প্ৰদীপক সুধিবগৈ নেকি বাৰু? নাই, কি দৰকাৰ? তাতোতকৈ দেখোন পাৰুলকে সোধা ভাল। পোনপটীয়াকৈ সুধিব। ঠিকেই সি চকলিয়ালৈ যাব। পাৰুলৰ ঘৰলৈ। সুধিবগৈ। কিন্তু সুধিবলৈ তাৰ এক্তিয়াৰ আছে জানো? পাৰুলে যাকে বিয়া নকৰায় কিয়, সুধিবলৈ সি কোন? কি বুলি সুধিব? হঠাৎ তাৰ নিজৰ ঘৰখনক পাৰুলহঁতৰ ঘৰখনৰ লগত মিলাই চাবলৈ মন গ'ল। পাৰুলহঁতৰ আৰ্থিক অৱস্থাৰ লগত মিলাই সি তাৰ নিজৰ আৰ্থিক অৱস্থাটো বিজাই চালে। সি নিজকে বৰ অলাগতিয়াল যেন ভাবিবলৈ ধৰিলে। পাৰুলহঁতৰ চুণ তেল দিয়া ৰঙা মাটিৰে সুন্দৰকৈ মচি-কাচি থোৱা ঘৰটোৰ ছবিখন যেতিয়াই তাৰ মনলৈ আহিল, তেতিয়াই তাৰ উৰঁলি যোৱা নিজৰ ঘৰখনৰ কথাও মনলৈ আহিল। পাৰুলহঁতৰ ঘৰৰ সুন্দৰকৈ সজাই থোৱা চ'ৰাঘৰটোৰ চকীকেইখনৰপৰা পুৰণি দিনৰ পহুৰ শিং আঁৰি থোৱা, পাৰুলে বেজীৰে তোলা-"কোকিল সুন্দৰ হয় সুৱদি মাতত, ৰমণী সুন্দৰী হয় সতীত্ব গুণত" বুলি লেখি থোৱা 'ফটো'খনৰ কথাও তাৰ মনলৈ আহিল। তাৰ চ'ৰা ঘৰটোত ঠেং নোহোৱা এখন চকী। বেৰত আঁউজাই থয়। নিজকে তাৰ বৰ সৰু, সৰু যেন লাগিল। কিন্তু পিছ মুহূৰ্ত্ততে সি নিজে নিজে হাঁহি দিলে। সি কিয় সৰু হ'ব? এই দুহাতেৰে সি যিখন জাৰণি ভাঙি খেতি কৰিছে, আন কেইটাই পাৰিব? পাৰিব? অকলে কেঁটা সাপৰ লগত যুঁজিছে, বিহা বৰলৰ লগত যুঁজিছে, কাঁইটৰ লগত যুঁজিছে। প্ৰদীপৰ সেইখিনি 'কেৰমতা' আছে? আৰু দহোটা জনম ল'লেও নোৱাৰে। প্ৰদীপৰ দৰে পটলুং পিন্ধি

ভট্ ভটী চলাব সি নাজানে। সেইবুলিয়ে সি প্ৰদীপতকৈ এখোপ পিছৰ নেকি ? সি সুধিব, পাৰলক সি সুধিব। খোলাখুলি হোৱাই ভাল। সি কৈ দিব চন্দ্ৰা নবৌৰ ইচ্ছা আছিল······

গোটেই নিশাটো প্ৰায় উজাগৰে থাকি শেষ নিশা প্ৰিয়নাথৰ টোপনি আহিল। গহীন টোপনি। সাৰ পাই দেখে বেলি কোনোবাখিনি পালেহি। মাকেও নজগালে। আজি কালি মাকে ৰবকৈ কথা-বতৰা নাপাতে। দেউতাক পৰিয়েই থাকে। সৰু সৰু কথাতে টিঙিচ টিঙিচ খং উঠে। 'মাটি যেন মানুহ' বুলি খিয়াতি থকা মানুহটোৰ স্বভাৱ দিনে দিনে উগ্ৰ হৈ আহিছে। দুদিনৰ আগতে আঞ্জাত জুতি নালাগিল বুলি বাতিটোকে দলিয়াই দিলে, "এই সোপা গৰু দানা তয়েই খা" বুলি মাকক যিমান পাৰে বলকিলে। আচৰিত কথা, মাকে মুখেৰে নামাতিলে। এসোঁতা কান্দিলেহে। অথচ সি জনা হোৱাৰেপৰা মাকৰ মুখ বন্ধ থকা দেখা নাছিল। গালি-শপনি নপৰাকৈ কথাকে নকয়। এতিয়া দুয়োকালেই ওলোটা হ'ল। সিও অনুমান কৰিছে যে তাৰো খংটো আগতকৈ বেছি হৈছে। কেতিয়াবা এফালৰপৰা সোপাকে ঢাহি মুহি নিবৰ মন যায়।

মুখখন ধুই সি ক'লে, "চাওঁ বৌতি চাহ পানী এটোপা দে," মাকে একো নামাতিলে। শুই উঠোঁতেনো কিয় দেখি হ'ল···সেইটোও নুসুধিলে। তপ্ত খোলাখনতে চাউল দুটামান পেলাই অলপ মৰমৰীয়া কৰি চাহ এবাতি মাকে দিলেহি। সি মাকৰ মুখলৈ চালে···

—কি হ'ল বৌতি, মুখখন দেখোন গোমোঠা হৈ আছে ?

—হাঁহি-মাতি থাকিবলৈ সুখে আঁতিছেগৈ নহয়।

—তইচোন আজি কালি চাধা চিধাকৈ কথা নক'ৱেই ?

—যিমান পাৰোঁ মাত নামাতিবলৈকেহে চাওঁ।

- কচোন বাৰু, ইমান খং কিহৰ ?

—বাপেৰৰ শৰীৰ দিনে দিনে বেয়া হৈছে। দেৱাইজাতি কিবা এটা মুখুৱালে মানুহটোৰ ভাল হয় কেনেকৈ ? নেমুগুৰিত বোলে বেজ এজন আছে।. জোঁৱায়ে কৈছিল। কিবা নামটো কৈছিল, মুখত নাহে।

—অ' জোৱায়ে কৈছিল ? বেজৰ কথা ? তয়ো ভাল বৌতি। বেজ

লগাই দেখোন পিতাইৰ অসুখ কমক চাৰি বাঢ়িলহে! জোঁৱায়ে দেখোন নিতৌ নতুন নতুন একোটা খবৰ দি থাকেহি। জোঁৱাইকে সুধি পুছি ল'বিচোন।

প্ৰিয়নাথে নিজে নিজে এবাৰ হাঁহিলে। জোঁৱাই মানে গাওঁখনৰে জোঁৱাই। নিত্যানন্দৰ একেজনী ছোৱালী বিয়া কৰাই ঘৰ জোঁৱাই হ'ল। সেয়েহে সকলোৱে জোঁৱাই বোলে। মানুহটোক এনেয়ে প্ৰিয়নাথে ভাল পায়। কৰ্মী মানুহ। নিত্যানন্দ পেহাৰ ঘৰখনৰ শ্ৰী জোঁৱায়েই ঘূৰাই আনিলে। কামলৈ পৰোৱা নকৰে। দেহত বলো আছে। কাকো ছুপইচা নিবিচাৰে, কাকো ছুপইচা নিদিয়ে। এটাই মাথোন কাৰণত প্ৰিয়নাথে জোঁৱাইক সহিবলৈ টান পায়। বেছি কথা কয়। সৰবজান যেন দেখুৱাই, সাজি সাজি বহুত কথা ক'ব পাৰে। কথাবোৰ এনেকুৱা ধৰণৰ: "এবাৰ বৰশীৰে বৰ বিলত প্ৰকাণ্ড বৌ এটা ধৰিছিল, ওজন ডেৰ মোণমান হ'ব।" "এবাৰ ৰাতি আহি থাকোতে ক'লা মেকুৰী এটা দেখিলে, অলপ দূৰ গৈয়েই দেখিলে তেওঁৰ আগেদি কোমোৰা এটা বাগৰি বাগৰি গৈ আছে, তাৰ পিছত দেখে গোটেই বাটটো ভেটি ধৰি প্ৰকাণ্ড হতভা মানুহ এটা বহি আছে। ধকধককৈ বগা সাজ, মূৰত পাগুৰী।" জোঁৱায়ে জেপত সৰিয়হ লৈ ফুৰে। এমুঠি মাৰি পঠিয়ালে। মানুহটো নাইকিয়া হ'ল। আক' অলপ দূৰ গৈ দেখে, মস্ত বাঁহ ছুজোপা বাটটোত অথালি-পথালিকৈ পৰি আছে। জোঁৱায়ে বোলে লৰালৰিকৈ সৰু পানী চুই দিলে। বাঁহ দাং খাই গ'ল। ইত্যাদি। এইবোৰ কথা প্ৰিয়নাথে শুনিবলৈ বৰ ভাল নাপায়। এইবিলাকৰ উপৰিও বেজৰ তালিকা এখন জোঁৱাইৰ মুখতেই থাকে। বহুত বেজৰ নাম ক'ব পাৰে। দেউতাকৰ কথা মাজে মাজে সি নভবা নহয়। কোনোবা ভাল ডাক্তৰ-কবিৰাজ লগাব পৰা হলে ভাল আছিল। কিন্তু তাৰ কাৰণে হাতত ধন এগাল লাগে। সেইখিনি গোটাব পৰা হ'লে দেউতাকৰ চিকিৎসাৰ পৰামৰ্শ সি কাৰো পৰাই নোলাৱাকৈয়ে চিধাচিধি গ'লহেঁতেন।

চাহৰ বাতিটোত শেষৰ সোহাটো মাৰি সি মাকক ক'লে "চাউল ছুটামান সোনকালে সিজাই দিব পাৰিবিনে বৌতি? চকলিয়াৰ পৰা আহোঁ বুলিছোঁ। এঠাইত নাঙল এটাৰ কথা কৈছিলোঁ।"

'এঠাইত নাঙল এটাৰ কথা কৈছিলো' বোলা কথাষাৰ অলপ জোৰ দি ক'লে। কাৰণ চকলিয়াই বুলিলে যে প্ৰিয়নাথ পাকলৰ ঘৰলৈকে যায় সেই কথা মাকে বুজি পায়। সেইটো সুবুজাবলৈকে তেনেকৈ ক'লে।

"কৰ্কৰা এগাল আছে। খালে তাকে খাই যাব পাৰ। উশাহটোতে খৰি-লুৰি আনি ভাত ৰান্ধিবলৈ মোৰ ক্ষমতা নাই।"

মাকে কথাষাৰ ধৰ খহটাকৈ ক'লে। তাৰ বিয়াখন যে পাতিব লাগে সেইষাৰো মাজে মাজে তাক কয়। কিন্তু এইষাৰ কথা সেইফালে পোনোৱা নাই যেন লাগিল তাৰ। কেইবাদিনো সি খৰি লুৰা নাই। জেং, শুকান ঢকুৱা, শুকান কলমাৰলিৰে মাকে এই কেইদিন চলাই আছে। গাটো ধোৱাৰ আগতেই খৰি অলপ কাটিব লাগিব। সি ভাবিলে।

—খৰি বাক হ'ব। মই গোটাই থৈ যাম। কৰ্কৰা-পইতা কি হয় দিবি। আছে যদি আলুগুটি এটা ছাঁইতে সুমুৱাই থ'বিচোন। তাকে পিতিকা মাৰি ভাত টেপা খাই যাব পাৰিম। হ'ব বুজিছ, পেটত কিবা এটা পৰিলেই হ'ল আৰু!" সি যিমান পাৰে পাতল সুৰেৰে কথাখিনি কৈ দাখন ল'লেগৈ। খৰি দুদালমানৰ যোগাৰ কৰিয়েই গাটো তিয়াৰগৈ।

হুলং হুলংকৈ সি নৈৰ ফাললৈকে আগবাঢ়িলে। বেলি ওপৰলৈ আহিল। ৰ'দে দেখোন খাওঁ খাওঁ মূৰ্ত্তি ধৰিছে। সি মাজে মাজে গামোচাখনেৰে মুখখন মোহাৰি লয়। এনেতে দেখিলে দৌৰি অহাদি আহিছে প্ৰবোধ।

কি অ' প্ৰবোধ, এইফালৰপৰা কেনি ওলালিহি?

—দুপৰলৈকে শুই থাকা। খবৰ পোৱা নাই?

—কি খবৰ?

—মণ্ডল আহি তোমাৰ শিমলু তলৰ মাটিখিনিৰ জোখ-মাখ কৰিছেহি।

—মণ্ডল?

—তিনি চাৰিজনমান আহিছে।

—পিছে মই কি কৰিব লাগে?

—কাণত তেল দি শুই থাকাগৈ।

—ৰ'লচোন তেনেহলে।

এইবুলি কৈ প্ৰিয়নাথ প্ৰায় দৌৰি যোৱাদি তাৰ ন-ভাঙনি মাটি ডৰাৰ

কালে গ'ল। লগে লগে প্ৰবোধ। ওচৰ পাই দেখে হয়, তাৰ নতুন মাটিখিনিত জোখ মাখ চলিছে।

—এইখিনি মোৰ মাটি, মই খেতি কৰিছোঁ। কি হ'লনো?

মণ্ডলে তালৈ কেৰাহিকৈ নাচালে। মেপ উলিয়াই জোখ-মাখ কৰিলে। ফিটা মৰাই ফিটা মাৰি আছে। ডাগ নম্বৰবোৰ কৈ আছে মুখৰ ভিতৰতে।

—শুনিছেনে, এই মাটিত মই খেতি কৰিছোঁ।

—কোনে দিলে খেতি কৰিবলৈ?

—জংঘল হৈ পৰি আছিল, মই হাবি ভাঙি লৈছোঁ।

—মাটিত জংঘল দেখিলেই তেনেহলে খেতি কৰিবাগৈ নে? এইবিলাক চৰকাৰী মাটি। আইন মতে নগ'লে ইয়াত খেতি কৰাৰ নিয়ম নাই।

—কি আইন?

—কামৰ সময়ত মই এতিয়া স্কুলত ল'ৰা পঢ়োৱাদি পঢ়ুৱাই থাকিব নোৱাৰোঁ।

—আজি অত বছৰে এই মাটি পৰি আছিল। হঠাৎ আজি···

–আছিল কাৰণেই আছে বুলিয়েই ভাবিছিলোঁ। যেতিয়া গম পালোঁ অত বছৰে পৰি থকা মাটিখিনি এতিয়া আৰু সেই গতেৰে পৰি থকা নাই, বচ ওপৰৰপৰা হুকুম হ'ল। বেদখল উঠাব লাগে।

—কিন্তু এইখিনি এতিয়া মোৰ মাটি।

—চৰকাৰী মাটি বোপাই, চৰকাৰী মাটি। নাম হ'ব পায় প্ৰিয়নাথ?

—হয়।

—ওঁ নচলিব নহয়, এনেকৈ নচলিব। আইন মতে গ'লে ডাঙৰ দণ্ড আছে।

—আপোনালোকক কোনে খবৰ দিলে?

—দিয়া লোক আছে নহয়, দিলে আৰু।

—মহৰীয়ে? ফুকন মণ্ডলে? নে কানহাইয়াই?

—বোলে গছৰ গুটি খাবা, নাম নক'বা। হ'লনে অ' নেৰায়ণ?

'নেৰায়ণ' মাটিত ফিটা মাৰি থকা মানুহ। হ'ল বুলি ক'লে। মণ্ডলে কিবা কিবি লেখি ল'লে। তাৰ পিছত ছুশমাজোৰ নাকৰ মাজলৈ নমাই

আনি চেলাউবি দাঙি কাকেদি প্ৰিয়নাথলৈ চালে। প্ৰিয়নাথে ভিঙি মেলি লক্ষ্য কৰিলে, ক'ৰবাত সিহঁতৰ গাৱঁৰ কোনোবা আছে নেকি—যি মণ্ডলক মাতি আনিছে। কাকো নেদেখিলে। দগাবাজ কেইটা মহা চালাক। নিজে লগত নাই অহা। সি মণ্ডলৰ আৰু কাষ চাপি গ'ল। ক'লে "মোৰ শইচত হাত নিদিব কিন্তু, কৈ থলো।"

—সেইবোৰ বেলেগে কৰিব অ' বোপাই। সেইবোৰ মোৰ কাম নহয় নহয়। মোৰ কাম মাথোন ৰিপৰ্ট কৰাৰ।

—কি ৰিপৰ্ট কৰিব?

—চৰকাৰী মাটিত বেদখল। অবৈধ কৃষি কৰ্ম।

—মই কাৰো কৰিছোঁ। মোৰ মূৰত মাৰটো নামাৰিব।

—তেনেহলে মই মোৰ নিজৰ মূৰত মাৰিম নে?

—মই এঁকো অন্যায় কৰা নাই।

—নিজৰ চকুত নাই কৰা, মাৰ-বাপেৰ, বন্ধু-বান্ধৱৰ চকুত নাই কৰা, মোৰ চকুৰ কথা বাৰু নক'লোঁৱেই, পিছে আইনৰ চকুত? আচল চকু সেয়াহে।

—কিবা এটা উপায় দিয়ক মণ্ডল দেউতা। এইখিনি মোৰ দেহৰ এফাল।

- মোৰ চাকৰিটোও দেহৰ এফাল অ' বোপাই। তোমালোকৰ নিজৰ মানুহেই কথাটো ফাচ কৰিছে যেতিয়া মোৰ ৰক্ষা ক'ত? নহ'লে কৈয়েই দিলোঁহেঁতেন বোলো হেজাৰ চেৰেক খৰছ কৰা সকলো ঠিক হৈ যাব। পিছে সেইযাৰকে ক'বলৈ এতিয়া সাঁহস হোৱা নাই। বোলে গছৰ ওপৰত গুটি, গুটিৰ ওপৰত গছ, ইনো কি নিলাজৰ সঁচ, কথাযাৰ তেনেকুৱাই, চকুৰ ওপৰত চকু।

—চাওক মণ্ডল দেউতা, এই মাটিত, এই খেতিত কোনোবাই যদি হাত দিয়েহি, মই ৰঙা বাঙলি কৰিম। নেখাই মৰাও মৰা, জেলত পচি মৰাও মৰা।

—উৱা, তুমি দেখোন একেবাৰে কোনোবাখিনি পালাগৈ। নেপায় অ' বোপাই, লেগাম বান্ধি মুখ মেলিবা। ৰজা ঘৰৰ কথা, বেৰে-চালে কাণ।

—কি কৰিব মোক? ফাটেকত ভৰাব? ফাঁচী দিব? ৰৱশীত দিব? শূলত দিব? নেখাই মৰাতকৈ সেইবোৰ বহুত ভাল।

মণ্ডলে প্ৰিয়নাথৰ কথালৈ কাণ নিদিলে। কাগজ-পত্ৰবোৰ ঠিক-ঠাক কৰি কান্ধত ওলোমাই অনা মোনাটোত সুমুৱালে! তাৰ পিছত জেপৰ পৰা তামোলৰ টোপোলা এটা উলিয়াই জুতি লগাই তামোল এখন মুখত ভৰালে। প্ৰবোধে প্ৰিয়নাথক একাষৰীয়াকৈ মাতি নি ক'লে, "ইয়াত খং চং কৰি লাভ নাই। বৃন্দাবন ককাইদেউৰ ওচৰলৈ গৈ কিবা এটা পৰামৰ্শ লোৱা ভাল।"

"হেৰি কৰা," তামোলখন পকতিয়াই পকতিয়াই একোবত পিক্খিনি পিৰিককৈ দূৰলৈ মাৰি পঠিয়াই, চশমাজোৰ নাকৰ মাজলৈ নমাই আনি মণ্ডলে প্ৰিয়নাথক ক'লে—কিছুমান নীতি-নিয়ম আছে নহয়, নাই জানো? এতিয়া জংঘলখন যেয়ে সেয়ে তহিলং কৰি যাবহি, যাৰে মন যায় খেতি কৰিবহি সেইটোতো হ'ব নোৱাৰে। তুমি এটা কাম কৰিবা বুজিছা বোপাই, দৰ্খাস্ত এখন কৰা, একেবাৰে ডিপুটি কমিচনাৰলৈ। ভালকৈ লেখিবা। ক'বা যে মোৰ মাটি-বাৰী নাই। গতিকে মাননীয় মহোদয়ৰ ওচৰত একান্ত প্ৰাৰ্থনা—দয়ালু মহোদয়ে যেন সেইকণ মাটিত খেতি কৰিবলৈ দি এই অধম আৰু অধমৰ পৰিয়ালবৰ্গক লঘোণে থকাৰপৰা উদ্ধাৰ কৰে— ইত্যাদি বুজিছা। বেছি নহয় অলপ হয়তো পা-পইচা খৰছ পৰিব। কপাল থাকিলে তুমি মাটিখিনি একেবাৰে পায়ো যাব পাৰা।"

—কিমান টকা খৰছ পৰিব? —মণ্ডলক সি সুধিলে।

—সেইটো মই এতিয়াই কেনেকৈ কওঁ। হেজাৰৰ ভিতৰত হ'বগৈ লাগে।

—হেজাৰ টকা মই ক'ত পাম?

—অ' সেইটোও তেনেহলে ময়েই বন্দবস্ত কৰি দিব লাগিব?

—যদি নিদিওঁ?

—একো নহয়। মাটিখিনিতো, মানে থকা ঠাইতে থাকিব, মাথোন ধান পকেগৈ মানে, অৰ্থাৎ দাবৰ সময়ত খেলি-মেলি হ'ব পাৰে।

—গাৰ ছাল বখলিয়ালেও এহেজাৰ টকা দিব নোৱাৰোঁ।

—এহ্, ভালক বুলি বুদ্ধি এটা দিলোঁ, শুনা বোপাই, আমি দেখিছাই কামৰ মানুহ, বেং বেঙাই থাকিবলৈ আহৰি নাই। নেৰায়ণ, অ' নেৰায়ণ,

—আমাৰ হ'ল। —নাৰায়ণে উত্তৰ দিলে।

—তেনেহ'লে যাওঁ বুল, অ' গোলাপ মহৰী আৰু মুকুন্দৰ ঘৰত প্ৰাক এটা মাৰি যাওঁ বুজিছ। কেতিয়াবাৰেপৰা মাতি আছিল। এইফালে আহোঁ বুলি আহিব পৰিলেহে। আজি চেগ পাইছোঁ যেতিয়া লেঠা মাৰি যোৱাই ভাল। হেৰি নহয় অ' নেৰায়ণ

—কওক।

—বাবু চাহাবৰ ল'ৰাটোৱে আৰু কি কি কৈ গ'ল?

—যাওঁতে সোমাই যাবলৈ কৈছে, জিকা, দাংবদি আৰু নেমু আছে হেনো, লৈ যাবলৈ কৈছে।

—বাবু চাহাবে কিন্তু পাচলি বাৰী পাতিছেহে বুলিছোঁ। হাতবোৰতো কিবা আছেই নেকি জানো। যিহকেই খোচ মাৰে, সিয়েই দেখোন লহপহকৈ বাঢ়ে। ব'ল তেনেহলে ভুমুকিটো মাৰিয়েই যাওঁ। বোপাই অ', যাওঁ বুজিছা।

মণ্ডল লগৰ কেইটাৰ স'তে গুছি গ'ল। প্ৰিয়নাথৰ মুখৰ মাত নোহোৱাৰ দৰে হ'ল। প্ৰবোধে প্ৰিয়নাথক ভাবি চিন্তি নাথাকিবলৈ ক'লে।

—বুজিছ প্ৰবোধ, এইবোৰ ইহঁতিয়েই লগাইছেগৈ। এই টেটকুটীয়া কেইটাই। কাটি পেলাম বাপেকে। চেও চেও কৰিম। মোৰ ধাননি ডৰা দেখি ইহঁতৰ চকু পুৰিছে। বুকু পুৰিছে। ব'লচোন বাৰু বৃন্দাবন ককাইদেউৰ ঘৰলৈ। সুধি পুচি লওঁ। হেজাৰ টকা খৰছ কৰিবলৈ মোৰ শকতিও নাই। হেনজানি এপাক ঘূঁজি চোৱাই ভাল হ'ব। কি কৰ?

প্ৰবোধে প্ৰিয়নাথৰ চকুলৈ চালে। মানুহটোৰ মুখখন ক্ষন্তেকতে শুকাই যোৱাৰ নিচিনা হৈ গৈছে।

—মাথা একেবাৰে গৰম হৈ গৈছে বুজিছ প্ৰবোধ। ব'লচোন ঘাটলৈ ব'ল।

—ঘাটলৈ কেলেই?

—ডিঙিটো তেনেই শুকাই গৈছে। নৈতে পানী এচলু খাই লওঁ। এইবুলি প্ৰিয়নাথ বালি ঘাটৰ ফালে আগবাঢ়িল।

দেউতাক আৰু বৰ বেছি দিন নাবাচিব। প্ৰিয়নাথে বুজি পাইছে। বেজ কবিৰাজে একো কৰিব পৰা নাই। থাওৰাৰ ডাক্তৰকো আনিছিল। তেওঁ ক'লে মেডিকেললৈ নিয়া ভাল। ব্লকৰ ডাক্তৰেও একে কথাকে ক'লে। লাহে লাহে মানুহটোৱে খোৱা-বোৱা কৰিব নোৱাৰা হৈ আহিছে। পিত্ত বুলি ভালেদিন চৌদা খাবো খালে। এতিয়া চৌদা খাবো খাব নোৱাৰে। বৰকৈ ধৰে বোলে। মাক পেপুৱা লগাদি লাগিছে। মৰাণত পড়ি থকা দুয়োটা ভায়েক সঘনাই আহি থাকে। পিছে বৃন্দাবন ককাই-দেৱে এদিন প্ৰিয়নাথক ক'লে বোলে—সিহঁত দুটাকনো ঘনাই ঘনাই ঘৰলৈ আহিবলৈ দিছ কিয়, পঢ়া ল'ৰা। পঢ়ক। দেউতাৰ 'নাবাচে। বেয়া বেমাৰ হৈছে। বেমাৰটো খোৱা নলীত। পিত্ত নহয়। এনে বেমাৰী ভাল কৰিবলৈ হ'লে দূৰলৈ নিব লাগে। ভেলোৰ। পিছে দুখীয়া মানুহৰ বাবে সেইবোৰ ঠাই নহয়। টকা লাগে। এগাল টকা। প্ৰিয়নাথৰ সমুদায় ঘৰ-মাটি বেচিলেও সিমান গাল টকা নোলাবগৈ। কথা কৈ যাওঁতে বৃন্দাবন ককাইদেউ ৰঙা-চিঙা পৰিছিল। খং উঠা যেন লাগিছিল। এবাৰ চিঞৰি চিঞৰি কোৱাৰ দৰেই কৈছিল: "এইখন কেনে দেশ জান? কোনোবাই কঁকালৰ বিষ ভাল কৰিবলৈকো বিদেশলৈ যায় আৰু কোনোবাৰ কেন্সাৰ হ'লেও সাধাৰণ ডাক্তৰ এজন আনিবলৈ যোত্ৰ নাথাকে। ধনেৰে, কেৱল ধনেৰে মানুহৰ জীৱন জোখা হয় বুজিছ প্ৰিয়নাথ, ধনেৰে জোখা হয়।

সোধো নোসোধোকৈ প্ৰিয়নাথে সুধিলে—পিতাইৰ তেনেহ'লে....

—কেন্সাৰ হৈছে। খোৱা নলীত। এতিয়া বিয়পিলে। ৰাখিব নোৱাৰিবি। বৰবৌক সাজু কৰ। তই সাজু হ।

কথাখিনি কৈ থাকোতে, শেষৰফালে বৃন্দাবন ককাইদেউৰ মাতটো কঁপা কঁপা যেন লাগিছিল। এৰা, সাজু হোৱাৰ বাহিৰে উপায় কি?

দিনতো সি কেনিও ওলায় নগ'ল। দেউতাকৰ ওচৰতে থাকিল। বহুত সময় ধৰি সেই মুখখনলৈ চাই থাকিল। আৰু মাথোন কেইটামান দিন, তাৰ পিছত এইখন মুখ আৰু কোনো কালেই সি দেখিবলৈ নাপাব। মনটো মোচোকা খাই উঠিল। মাজে মাজে ডেকা বাপেকজনলৈ তাৰ মনত পৰিল। সিদিনাৰ খণ্ডটোলৈ মনত পৰিল। অসহ্য খণ্ডত মানুহটো কেনেকৈ কঁপিছিল! তাক ওপৰা-ওপৰিকৈ মৰিয়াই কেনেকৈ ভাগৰি পৰিছিল।

হঠাৎ মাক সোমাই আহি যিটো খবৰ দিলেহি, সি ভালেমান সময় নিজৰ কাণ দুখনকে বিশ্বাস কৰিব নোৱাৰিলে। ফুকন ৰবদেউতাৰ আহিছে। বলোভদ্ৰ ফুকন! সিহঁতৰ ঘৰলৈ !! বাপেকো চক খাই উঠা যেন লাগিল। সেহাঁই সেহাঁই সুধিলে, "কোন? ফুকন ককাইদেউ?" মাকে 'ওঁ' বুলি কোৱাত দেউতাকে তাৰ মুখলৈ চালে। জানোছা আৰু কিবা অপৰাধ কৰি আহিছে। এবাৰ সাপে খালে বোলে লেজুলৈকো ভয়। মহবীয়ে অলপতে গোচৰ দিবলৈকে আহিছিল। আজি স্বয়ং বলোভদ্ৰ ফুকন! কিবা এটা অঘটন নঘটিলে ফুকন কিয় আহিব? বাপেকৰ মুখৰ বৰণ দেখিয়েই প্ৰিয়নাথে অনুমান কৰিলে তেওঁ যে পেটে পেটে ভয় খাইছে।

—যা চোন, বাহিৰলৈ ওলায় নাযায় কেলেই?

তভক মাৰি বৈ থকা দেখি মাকে তাক ক'লে। সি যেন সম্বিৎহে ঘূৰাই পালে। বাহিৰত বৈ থকা ফুকন মণ্ডলক ঘৰৰ ভিতৰলৈ আনি বহুৱাবলৈ বুলি সি যাব খোজোতেই আৰু' এবাৰ সকলোকে অবাক কৰি বলোভদ্ৰ ফুকনে "প্ৰিয়নাথ, হেৰ প্ৰিয়" বুলি মাতি একেবাৰে ভিতৰ পালেহি। একেবাৰে কোঠালিলৈকে সোমাই আহিল। আহোতে দুৱাৰ মুখৰপৰাই কৈ কৈ আহিল— "বাটতে কোনোবা এটাই ক'লে বোলে তিলেশ্বৰৰ অৱস্থাটো বেয়া। শুনিয়েই বোলো যাওঁ পাক এটা মাৰি আহো। কি অ' প্ৰিয়, বাপেৰৰ দেৱাই জাতিৰ ব্যৱস্থা, ডাক্তৰৰ ব্যৱস্থা কি কৰিছ কচোন।

—ভালেমান দিনৰেপৰাই পৰি আছোঁ ককাইদেউ, দেৱাই-পাতিও বাৰুকৈয়ে খালো। পিছে দেৱায়ে দেখোন কাম দিয়া নাই। তাকে কৈছোঁ বোলো জয় কালত ভয় নাই, মৰণ কালত ঔষধ নাই। চমু চাপি আহিছে

ককাইদেউ, চমু চাপি আহিছে।" সৈঁহাই সৈঁহাই দেউতাকে কথাষাৰ ক'লে। মাক ওচৰৰপৰা আঁতৰিল। প্ৰিয়নাথ বহি থাকিল দেউতাকৰ ভৰি পথানতে। বলোভদ্ৰ ফুকনক দেখি তাৰ খঙেই উঠিছিল নে ৰঙেই লাগিছিল নিজেই ধৰিব নোৱাৰিলে।

—মন নেপেলেবা তিলেশ্বৰ, কৰা খিনি কৰিলা। হওঁতে ইয়াৰ, এই প্ৰিয়নাথটোৰ ঘৰখন পাতি পেলাব পৰা হ'লে ভাল আছিল।

—নোৱাৰিমগৈ যেন পাইছোঁ। পেটলৈ আহাৰ নোযোৱা হৈছে; সাঁচতীয়া ধন-বিত এগাল থকা হ'লেও বোলে চাই-চিতি এজনী ঠিক কৰি ঘৰ সুমুৱাওকহি। আজি বিয়াখন বুলিলেও হেজাৰ চেৰেক লাগিব।

—পিতাই, তই মনে মনে থাকচোন। —নামাতো বুলি ভাবি থকা প্ৰিয়নাথে নিজৰ অজ্ঞাতেই কৈ পেলালে।

—এৰা তিলেশ্বৰ. ভাবি গুণি নাথাকিবা। মোৰ মনেৰে বুজিছ প্ৰিয়, পাৰিলে তয়েই কিবা এটা ব্যৱস্থা ল। বাপেৰৰ ইচ্ছা থাকিবই দেচোন। তোৰ ঘৰখন চাই যাবলৈ কেলেই ইচ্ছা নাথাকিব? যিবা ককায়েৰ এটা আছিল সিও ফট কৰি নোহোৱা হ'ল। আৰু যে ওলাবহি তাৰো আশা একেবাৰে নাই। এতিয়া তয়েই বৰ ল'ৰা। আৰু তিলেশ্বৰ বেয়া নাপাবা দেই, কিছুমান বেমাৰত পা-পইচা ভাঙি দেৱাই পানী খাই থকাৰ লাভ নাই বুজিছা। অনাহকত ধন এগাল খৰছ। সেইগাল পইচাৰে আন কিবা ভাল কাম এটা কৰিব লাগে।"

বলোভদ্ৰ ফুকনে কথা কৈ থাকোতে প্ৰিয়নাথৰ গাটো জ্বলা পোৰা কৰা যেন লাগিল। তাৰ মন গ'ল ডিঙিটোত ধৰি যেন বলোভদ্ৰ ফুকনক সি গতিয়াই উলিয়াই পঠিয়াব। কিন্তু বিছনাত পৰি থকা বাপেকৰ কাৰণেই সি সহি সামৰি থাকিল। তথাপি তাৰ ক'বৰ মন গ'ল, বেমাৰীৰ আগত বাৰে বাৰে মৰাৰ কথা কৈ থাকিবলৈ আপোনাক কিহে পাইছে?' পিছে সেইষাৰ কথাও সি নক'লে। বাপেকেহে ফুকনক সমৰ্থন কৰি ক'লে—

—ময়ো কওঁ ককাইদেউ, ময়ো কওঁ। ইহঁতক তাকেই কৈ আছোঁ। মোৰ মনে গোন্ধাইছে। বেয়া বেমাৰ লাগিছে। অচিন ৰোগ, ভালৰ বাবে নহয়। বেজ কবিৰাজৰ মন্ত্ৰ-দেৱায়ে কাম নিদিলে আৰু ধন ভৰি টাউনৰ ডাক্তৰ আনিব নালাগে। তাতোতকৈ বেলেগ কাম কৰ।

—হোৱাটো হ'বই তিলেশ্বৰ। বোলে অথিৰ ধন জন, জীৱন যৌৱন, অথিৰ এই সংসাৰ। সেয়েহে এতিয়া তুমি কৰ্ত্তব্য খিনি যি পাৰা কৰা, হৰি নাম লোৱা। বৈতৰণী পাৰ হ'ব লাগে। তুমি যদি তিলেশ্বৰ মন কৰিছা ল'ৰাটোৰ বিয়াখন পাতি পেলোৱা। বয়-বস্তু, পা-পইচাৰ যোগাৰ আমিয়েই কৰি দিম দিয়া, প্ৰিয়ই বিয়া পাতো বুলিলে গাওঁখনৰ গোটেই জাকেই উবুৰি খাই পৰিবহি। ৰভা-পৰলাৰপৰা বয়-বস্তুলৈকে অভাৱ নহ'ব। ময়ো অলপ-চলপ সহায় কৰিম।

দেউতাকে ঢেলা পৰা চকুহাল জোৰেৰে মেলি তালৈ চালে। সি তলমূৰ কৰিলে। আচলতে তাৰ খং উঠিল। সি ওলাই যাব খুজিলে। পিছে নগ'ল। ফুকনে আক' ক'লে, "হেৰি নহয়, চকলিয়াৰ এই যে ছোৱালী-জনী আমাৰ বৃন্দাবনৰ খুলখালিয়েক। পাৰুল নে কি নামটো। ছোৱালী দেখনীয়াৰ। আমাৰ বাসন্তীৰ লগত তুবাৰ নে এবাৰ মোৰ ঘৰলৈকো গৈছে। গুণী ছোৱালী বোলে। কেনে হয়? প্ৰিয়নাথৰ কাৰণে আমিয়েই নহ'লে ধৰা মেলা কৰোঁ?"

এইবাৰ প্ৰিয়নাথ দস্তৰমতে অবাক হ'ল। এইটো আক' কি কথা। বলোভদ্ৰ ফুকনে পাৰুলক যাচিবলৈ আহে। ৰহস্যটো যেন সি মুহূৰ্ত্ততে পাই গ'ল। প্ৰদীপক পাৰুলৰ পৰা আঁতৰোৱাৰ বুদ্ধি। দুখৰ মাজতো তাৰ হাঁহিবলৈ মন গ'ল। কোনে যে কি স্বাৰ্থলৈ কাম কৰে!

ঠিক সেই সময়তে হাতত তামোলৰ বটাটো লৈ মাক সোমাই আহিল। ফুকনে আগতকৈও জোৰেৰে, প্ৰায় হাঁহি হাঁহি মাকৰ ফালে চাই ক'লে—"মই ঘটকালি কৰিবলৈ আহিছোঁ হে বোৱাৰী পুতেৰালৈ ছোৱালী দেখুৱাবলৈ আহিছোঁ। বিয়া নাপাতা জানো?

---পাতো বুলিয়েইনো বিয়াখন পাতিব পাৰিনে—মাকে সৰুকৈ কথাটো ক'লে।

—বোলে মন কৰিলেই চন, বাকৰি মাটিতো ধন, বুজিছা? মই পাৰুলক দেখুৱাইছোঁ। বৃন্দাবনৰ খুলখালিয়েকজনীক। ক চোন প্ৰিয়নাথ, তাইকতো তই দেখিছই। বেয়া ছোৱালী দেখুৱাইছোনে?

ঘপকৈ প্ৰিয়নাথ তাৰপৰা উঠি বাহিৰলৈ ওলাই গ'ল। ক'ব নোৱাৰাকৈ

তাৰ ৰঙো লাগিল। পাকলৰ মুখখন আৰু তাৰ চকুৰ আগলৈ আহিল। সি পোনচাতেই ওলাই আহি আগফালৰ পিৰালিত বহিলহি। অকণমান সময়। তাৰ পিছত বহাৰ পৰা উঠিল। চকুত পৰিলে, তামোল পুলিটো কিবা অচিন লতা এডালে মেৰিয়াই ধৰিছে। লতাডাল আঁজুৰি ছিঙি পেলালে। আৰু সেই সময়তে বলোভদ্ৰ ফুকনো যাবলৈ বুলি ওলাই আহি তাক দেখি বৈ গ'ল। তালৈ চাই মাতিলে।

—প্ৰিয়! এহেলে আহচোন।" প্ৰিয়নাথ ফুকনৰ কাষ চাপি গ'ল।

—বাপেৰ-মাৰৰ আপত্তি নাই। শুন। বুজিছ, বাপেৰৰ ভাল হোৱা বেমাৰ নহয়। ধন-পইচা ভাঙিও লাভ নাই। জীয়াই থকা দিনকেইটা যাতে সুখে-সন্তোষে থাকিব পাৰে সেইটোহে চাব লাগে। তোৰ বিয়াখন নপতাকৈ কিবা এটা হলে আশা এটা বৈ যাব। হেজাৰ হওক; কিবা হোৱাৰ আগতে বোৱাৰীজনী চাই যোৱাৰ হেপাঁহ সকলো মাক-দেউতাকৰে থাকে দেচোন। সেই ফেৰা আশানো কিয় লগত যাবলৈ দিয়? বোলো আমি ব্যৱস্থা কৰিম। ছোৱালীজনী তইচোন দেখিছই। মই বেয়া ছোৱালী দেখুৱাইছোঁনে?

প্ৰিয়নাথ তলমূৰ কৰি থাকিল। ফুকনে কৈ গ'ল—

—তেনেহ'লে তোৰ ফালৰ পৰা আপত্তি নাই বুলি ধৰিব পাৰোঁ?

প্ৰিয়নাথে একো নামাতিলে।

—মাৰ দেউতাৰৰ মন আছে। তোৰ আপত্তি নাই বুলি ধৰি ল'লোঁ। এতিয়া খোজা-মেলা কৰিব লাগে। সেইবোৰৰ ব্যৱস্থা মই কৰিম। মোৰ ওপৰত ভৰষা ৰাখ।

—শুনিছোঁ বোলে পাকলক প্ৰদীপে বিয়া কৰাব খুজিছে?

কথাষাৰ প্ৰিয়নাথৰ মুখৰপৰা কোন তলকত ওলাই গ'ল সি নিজেই ভাকিব নোৱাৰিলে। ফুকনৰ মুখৰ ৰং থাওকতে সলনি হৈ গ'ল। দাঁত কৰচিবলৈ ধৰিলে। উশাহ ঘন হ'ল।

—সেইবিলাক কথা তোক কোনে ক'লে?

—শুনিছোঁ।

—ক'ত শুনিছ?

—ধৰক আপোনাৰ ঘৰৰপৰাই শুনিছোঁ।

—প্ৰদীপে নিজে কৈছে ?

— সিমানখিনি উৰহী গছৰ ওৰ আপোনাক কিয় লাগে ? শুনা কথাষাৰ সঁচা নে মিছা সেইটোকে কওকচোন।

কেই মুহূৰ্ত্তমান ফুকন মনে মনে থাকিল। ঘন ঘনকৈ উশাহ ল'লে। কপালখন ঘামিছিল, চুৰীয়াৰ আগটোৰে মোহাৰি ল'লে। তাৰ পিছত নিজকে যথেষ্ট সংযত কৰি হাঁহি এটা মাৰিলে। ক'লে: "বুজিছ প্ৰিয়, ডেকা ল'ৰাই ছোৱালী দেখিলেই বিয়া কৰাব খোজে সেইটো কিবা নতুন কথানে ? হয়, আমাৰ প্ৰদীপে আঁৰে আঁৰে তেনেকুৱা প্ৰস্তাৱ এটা দিছিল। তইতো জানই, পাৰুল আমাৰ বাসন্তীৰ লগৰ। সেই সূত্ৰেই কেনেবাকৈ দেখি একেবাৰে বিয়াকে কৰাব খোজে। ছোৱালীৰ বিষয়ে মোৰ আপত্তি কৰিবলগীয়া একো নাই। কিন্তু প্ৰদীপৰ পঢ়া এতিয়াও বাকী। বয়সৰ ফালৰপৰাও জানই যে বিয়া কৰাবলগীয়া বয়স তাৰ হোৱা নাই। পঢ়া-শুনা শেষ কৰি নিজে কিবা এটা কৰিব পৰালৈকে কমেও ছয়-সাত বছৰ লাগিব। সেয়েহে মই নাকচ কৰিলোঁ। পিছে ছোৱালীজনী ভাল। সেয়েহে বোলো প্ৰদীপো মোৰেই ল'ৰা, তইঁতো দেচোন নিজৰ ল'ৰাৰ নিচিনা। গতিকে মই বোলো তাইক তয়েই বিয়া কৰা। ঘৰ ধৰা ছোৱালী। বৃন্দাবনৰ ঘৈণীয়েকৰ কথা মনত নাই জানো ? এই অঞ্চলটোৰে লখিমী বোৱাৰী আছিল। মাত-কথাই চাবানে আচাৰ-ব্যৱহাৰেই চাবা। সেইজনী মানুহৰ-হে ভনীয়েক। কৰাই পেলা বুজিছ, বিয়াখন কৰাই পেলা। মাৰ-দেউতাৰে মনত ব'ল পাব। ঘৰখন ৰ'ব।

—বেয়া নাপায় যদি বৰ্ত্তা। প্ৰদীপক এবাৰ পঠিয়াই দিবচোন। তাৰ লগতে কথা-বতৰা হৈ চাওঁ।

—প্ৰদীপক ? প্ৰদীপক কেলেই ? সি কথা কি ক'ব ? কোনো দৰকাৰ নাই।

—নহয়, মই শুনাত পাৰুলক বিয়া কৰাবলৈ তাৰ বৰ মন।

— কৈছোঁ নহয়, মই তাৰ বাপেক, তাৰ বিয়াৰ কথা মই ভাবিম। এতিয়া তাৰ বিয়াৰ কথা ভাবিবৰ হোৱা নাই।

ফুকনৰ খং উঠাটো প্ৰিয়নাথে ধৰিব পাৰিলে। মানুহজনৰ কাণ দুখন ৰঙা পৰিছেঁ। বেজী এটাৰে খোচ মাৰি দিয়া হ'লে কিজানি সোঁ সোঁ কৈ তেজ বাগৰি আহিলহেঁতেন। কিয় জানো তাৰ স্ফূৰ্ত্তি লাগিল। হোঁ হোঁকৈ হাঁহিবলৈ মন গ'ল। ফুকনক আৰু' জোকাবলৈ মন গ'ল।

—আপুনিহে কৈছে বৰ্ত্তা তাৰ বিয়াৰ কথা ভাবিবৰ হোৱা নাই বুলি। আমি শুনাত সি বোলে চকলিয়ালৈ গৈয়ে থাকে। ভতভতীত উঠি ডিম্মৌত টকীও চাই আহিছে। অৱশ্যে এইবোৰ আমি শুনা কথাহে। ঢোটোকে মানুহে আকৌ ৰৌটো কৰে নহয়।

—আমি মানে? আৰু কোনে শুনিছে? ফুকনৰ মাতটো এইবাৰ প্ৰিয়নাথৰ বেলেগ বেলেগ লাগিলে।

—আমি মানে, আমিয়েই। আমাৰ বন্ধুতেই। সেই কাৰণেহে বোলো সঁচা মিছাৰ খবৰটো প্ৰদীপেই নিজ মুখেৰে কওক। প্ৰেম-পিৰিতি মানুহৰ থাকেই, সেইটোতো নতুন কথা নহয়। আছে যদি সি কৈ দিয়ক। মই নজনা-নুশুনাকৈ কিবা এটা কৰিলে ভাল হ'ব জানো?

এইবাৰ ফুকনৰ দস্তুৰমতে খং উঠিল। চিঞৰি কোৱাদি ক'লে, 'যদি তেনেকুৱা কিবা এটা কৰিবলৈ যায়, তাক মই গুলীয়াই মাৰিম। মই কেনেকুৱা বাপেক চিনি পাব। আৰু তোকো মই শুদাই নেৰো। মনত ৰাখিবি - মই গোলক মহৰী নহয় যে মেল চপায়েই ক্ষান্ত থাকিম। মই বলোভদ্ৰ ফুকন। বিচাৰ যি কৰিব লাগে নিজেই কৰিম।"

কথাষাৰ কৈয়েই ফেঁটী সাপৰ মূৰ ছিঙা গতিত বলোভদ্ৰ ফুকন তাৰ পৰা আঁতৰি গ'ল। প্ৰিয়নাথে সেই ফাললৈকে চাই থাকিল। হাঁহিবনে কান্দিব সি যেন স্থিৰ কৰিব পৰা নাই। বুকুখন তাৰ পাতল পাতল যেনো লাগিল। প্ৰদীপক সুধিব লগা কথাখিনি অন্ততঃ বাপেকৰ আগত কৈ পঠিয়াইছে। কিবা এটা হেস্ত নেস্ত হওক, সিও সেইটোকে বিচাৰে।

# পোষ্কন্ন

ভালেদিন ধৰি বিছনাতে পৰি আছিল যদিও এনেকৈযে হঠাতে ঘটনাটো ঘটিব বুলি কোনেও ভবা নাছিল। আনকালৰ দৰেই ভাত এগৰাহো সন্ধিয়াতে খাইছিল, আনকালৰ দৰেই প্ৰিয়নাথ শুই আছিল। মাকৰ চিঞৰত চক খাই সাৰ পাই গ'ল সি। পোনচাটেই দুৱাৰখন খুলি দেখে মাক একেবাৰে বিতত। "হেৰ চাহিচোন চাহি, বাপেৰে কেনেকৈ চিপ টানি টানি উশাহ লৈছে চাহিচোন" বুলি কৈয়েই মাক তাৰ পাৰ আৰু' উশাহ নসলোৱাকৈ আহি বাপেকৰ ওচৰ পালেহি। পিছে পিছে প্ৰিয়নাথ। সি আহি দেখেহি চকুৰ মণি নলৰোৱাকৈ বাপেক পৰি আছে। উশাহ আছেনে নাই ধৰিব নোৱাৰি। হাতৰ নাড়ী চাই বুজিলে শেষ হওঁ হওঁ। বাহিৰলৈ উলিয়াবৰ হ'ল। এই বুলি বাপেকক সি দাঙি ল'লে বিছনাৰ কাপোৰ-কানিয়ে সতে। পিছ চোতালতে পেলালেহি। বাৰীৰ পৰা কলপাত এখন আনি তাতে শটো থ'লে। মাকে শটোকে সাৱটি হায়ে-বিয়ে কৰিবলৈ ধৰিলে। সি জোৰ একুৰা জ্বলাই চোতালত থ'লে, আৰু একুৰা হাতত লৈ প্ৰবোধৰ ঘৰৰ ফাললৈ দৌৰিল। প্ৰবোধকে জগাই গাৱঁত খা-খবৰ দিবলৈ কৈ আৰু' আহি ঘৰ পালেহি।

গাৱঁৰ ৰাইজ আহিল। প্ৰিয়নাথক বুজনি দিলেহি। কেইগৰাকীমান মাইকী মানুহো আহিল। প্ৰিয়নাথৰ মাকক বুজনি দি শান্ত কৰিবলৈ যত্ন কৰিলে। প্ৰবোধে ডেকাখিনিকো খা-খবৰ দিলে। বৃন্দাবন ককাইদেউ আহিল। ৰাইজৰ দুই এজনে ক'লে, "শটো ৰাহি কৰিব নালাগে।" ৰাতিপুৱাৰ আগতে চিতাত তুলিবগৈ লাগে। মৰাণত থকা ভায়েক দুটা আৰু বায়েকক খবৰ নিদিয়াকৈ শ নিয়াৰ ইচ্ছা প্ৰিয়নাথৰ নহ'ল। সিহঁতিও শেষবাৰৰ কাৰণে বাপেকৰ মুখখন চাই লওক। কথাটো বৃন্দাবন ককাই-দেউক ক'লে। বৃন্দাবন ককাইদেৱেও 'কথাটো হয়' বুলি কোৱাত দুজনমানৰ

লগত শ বাহি কৰাৰ সপক্ষে আৰু বিপক্ষে আলোচনা চলিল। বৃন্দাবন ককাইদেউ আহি মণ্ডলৰ ঘৰ পালেহি। প্ৰদীপৰ মটৰ চাইকেলখনকে লৈ মৰাণলৈ যাব পাৰিবনেকি সুধিলেগৈ। গাওঁখনত মটৰ চাইকেল চলোৱা আন কোনো নাই, গ'লে প্ৰদীপেই যাব লাগিব। লগত প্ৰবোধকো লৈ যাওক। মৰাণৰপৰা টেঙ্কী-চেঙ্কী এখন বিচাৰি কোন ক'ত আছে আহিব। খবৰটোহে দিব লাগে। ইয়াত গাড়ী-ঘোঁৰা থকা হ'লে ইয়াৰপৰাই পঠিয়ালেহেঁতেন। পিছে সেইবোৰ নাই। কথা শুনি মণ্ডলে বোলে "দেখিলে, শেহত প্ৰিয়নাথে মোতেই হাত পাতিব লগা হ'ল। সেয়েহে কওঁ, বঢ়া বচন নুবুলিবি। সম্পদত শতক জ্ঞান কৰিছিল; বিপদত এতিয়া এই ফুকন মণ্ডল নহলেই নহয়। তাকে বোলে বুজিছে, বোলে যাৰ যহত শাক সেন্দুৰ, তাকে পাতে ভোকোৰা এন্দুৰ।" কথাষাৰ শুনি বৃন্দাবনৰ খং উঠিছিল। কিবা এষাৰ শুনাবৰ মন গৈছিল। "একো কৰি দিব নালাগেই" বুলি ক'বৰ মন গৈছিল। পিছে কিবা কোৱাৰ আগতেই প্ৰদীপে নিজেই মাতিলেহি। "এই সময়ত এনেবোৰ কথা আপুনি কোন সতেৰে কৈছে দেউতা? হৃদয়ত যে আপোনাৰ দয়া-মমতা নাই সেই প্ৰমাণ ইয়াৰ পিছত আৰু নালাগে। মই যাম বৃন্দাবন ককাইদেউ। প্ৰবোধক ওলাবলৈ কোৱা।"

ৰাতি প্ৰায় পুৱাও পুৱাও হ'লহি। চিতাত তুলি ৰাইজ বৈ আছে। গুণা-গঠা কৰিছে। সনাতন ককাইদেৱে বোলে "কথাটো ভাল হোৱা নাই। শ বাহি হ'ব। সোনকালে ব্যৱস্থা কৰা ভাল।" প্ৰিয়নাথ বিবুধিত পৰিল। এই কথা লৈয়েই আৰু' কিবা এটা হ'বগৈ পাৰে। সেইটোকে গইনা লৈ গাৱঁত আৰু' দুটা খেল হ'ব পাৰে। সেয়েহে সি মাত নামাতিবলৈকে ঠিক কৰিলে। বৃন্দাবন ককাইদেউক মাথোন ক'লে, "যি দিহা দিয়া তাকে কৰিম।" দৰাচলতে মৰাণলৈনো কিমানৰ বাট? ভত্ ভতীৰে বৰ বেছি এঘণ্টা। এতিয়াতো প্ৰদীপ আৰু প্ৰবোধ যোৱাৰেই প্ৰায় পাঁচ ঘণ্টা হ'বৰ হ'ল। সনাতন দেৱে শেষত ঘোষণা কৰিলে "শ যদি বাহি কৰিব খুজিছ, মই হলে শাস্ত্ৰীয় কাম কৰাব নোৱাৰিম। পিছত তইঁতি দায়-দোষ নধৰিবি। আৰু ৰাতি পুৱাবপৰা মোৰ আন লেঠাও আছে। গতিকে বেলি ওলোৱাৰ

আগতে চিতাত জুই দিলে দে, নহ'লে নিজৰ কাম নিজে নিজে কৰি থাক। আন ক'ৰবাত যদি পুৰোহিত দেউ বিচাৰি আনিব পাৰ, বিচাৰি আন। মই বেয়া নাপাওঁ।" বৃন্দাবন ককাইদেউৰ খং উঠাটো প্ৰিয়নাথে বুজিলে। সি তেওঁক শপত দিলে যাতে শ্মশানত খং ৰাগ নকৰে। ভায়েকহঁত নাপালেহি নাই, কামখিনি কৰিবতো লাগিবই। এইবুলি প্ৰিয়নাথে শ চিতাত তুলিবলৈ ক'লে। ইতিমধ্যে নোৱাই ধুৱাই থোৱা হৈছেই। ঠিক সেই সময়তেই মৰাণৰপৰা ভায়েকহঁত ওলালহি। ভিনিহীয়েকো আহিল। ভায়েক দুটাই ফেকুৰি কন্দাৰ দৰেই কান্দিলে। তাৰ পিছত আৰু পোনেই চিতাত শ তুলি দিয়া হ'ল।

শ্ৰাদ্ধ তেৰ দিনত হ'ব। খেনোৱে ক'লে—ওঁহো হ'ব নোৱাৰে, পূৰ্বৰ যি ৰীতি, সেই মতেহে হ'ব। সংঘৰ যোগেদি বৈষ্ণৱ হোৱা থুলেশ্বৰ শইকীয়াই মুখখন এঙাই দিলে। বোলে—"দেউক লগাই শ্ৰাদ্ধ পাতিলে মই কিন্তু নাযাওঁ। আমাৰ মহাপুৰুষীয়া মতেৰে পাতিলেহে যাম। তেৰ দিনতো পাতিব পাৰে, এমাহতো পাতিব পাৰে। সেইটো আচল কথা নহয়, আচল কথা—পুৰোহিত নালাগে, প্ৰসংগ হ'ব।" প্ৰিয়নাথৰ আৰু খেলি মেলি লাগিল। দহজনে আহি দহোটা ক'বলৈ ধৰিলে। কাৰ কথা শুনে? সকলোৱে বেলেগ বেলেগ পৰামৰ্শ দিয়ে। এনেযে বৰতীয়া গা, ধন-পইচাৰ চিন্তা আছেই। যেনেকৈয়ে নাপাতক কিয়, হেজাৰ চেৰেক খৰছ পৰিবই। ৰাইজকতো খুৱাবই লাগিব। ইত্যাদি এশ এটা চিন্তাই তাক জুৰুলা কৰি আছেই, তাতে কুজত কিল পৰাৰ দৰে হৈ আছে শ্ৰাদ্ধৰ দিন তাৰিখ লৈ। বৃন্দাবনে ৰাইজক তেৰদিনৰ দিনাই নিমন্ত্ৰণ কৰি আনিলে—প্ৰিয়নাথৰ ঘৰলৈ। ভাৰস্তিৰে তামোল-পাণ এশৰাই দি প্ৰিয়নাথে বৃন্দাবনে শিকাই দিয়াৰ দৰেই ৰাইজক ক'লে, "ৰাইজ, দহে দহোটা মত দিছে। মই বিপাঙত পৰিছোঁ। জীৱনত বোপায়ে ৰাইজখনতে ভৰষা ৰাখিছিল। কাকো কেতিয়াও দুখ দিয়া নাছিল। ক'বলৈ গ'লে পকৰাটোকো নেদেইছিল। এনে স্থলত ৰাইজৰ চৰণ ধূলি, সকামৰ দিনা ৰাতি এই অভাগাৰ ঘৰত পৰে তাকেই বিচাৰি ৰাইজক জনাব খুজিছোঁ যে তেৰ দিনৰ দিনাই সকাম কৰা হ'ব। দহা-কাজ চলিত নিয়মেই হ'ব।

মাথোন মাহেকটো আবদ্ধ থাকিলে জীয়াই থকা কেইটাৰ অৱস্থাই পানীত হাঁহ নচৰা হ'বগৈ। সেয়েহে ৰাইজক সেৱা জনাই, ৰাইজৰ অনুমতি সাপেক্ষে তেৰদিনীয়া কৰাই স্থিৰ কৰিলোঁ। ৰাইজে ভকতিৰ শৰাইখন চুব লাগে।"

মহৰীক বৃন্দাবনে বিশেষ ভাবে নিমন্ত্রণ কৰি আৰু প্রবোধক পঠিয়াই লগতে লৈ আনিছিল। প্ৰিয়নাথক শিকাই দিয়াৰ মতেই সি মহৰীৰ ওচৰলৈ বেলেগে গৈয়ো ক'লেগৈ "সকলো দায় দোষ যেন নিজ গুণে ক্ষমা কৰে। সকাম কৰাত লাগি ভাগি দিয়ে।" মহৰীয়ে চল পাই বোলে, "মূৰে ভৰি কাটিব নাপায় বুজিছ, বাৰু মোক যি অপমান কৰিছিলি সেইবোৰ এৰিলোঁ। পিছে তেৰদিনীয়াৰ কথাটো মই মানিব নোৱাৰিম। লাগিলে ৰাইজেই মোক বাদ দিয়ক। পূৰ্বৰ যি ৰীতি চলি আহিছে সেই ৰীতি এৰা মানে মৃতকৰ প্রতিয়েই অন্যায় কৰা। কেনেকৈ সেই ৰীতি এৰিম? এতেকে চাফ কওঁ শুন—যি সহায় সাৰথি লাগে কৰি দিম। ৰভা-পৰলাতো লাগি ভাগি দিম। পিছে খোৱা-বোৱা নচলিব। মই নোৱাৰিম।" মহৰীৰ কথা শুনি আৰু দুই এজনে মহৰীক হয় ভৰ দিলে। এতেপৰে মণ্ডলে মুখেৰে মতা নাছিল। আলেখ-লেখহে চাই আছিল। মণ্ডলে ক'লে "দিন কাল সলনি হৈছে। ৰীতি-নীতিও সলনি হৈছে। আগৰ দেউসকলে আমাৰ শুদিৰ সকলক এমাহ এনেকৈ আৱদ্ধ ৰাখিছিল। আমাৰ ৰাইজে এতিয়া সেই নিয়ম লাহে লাহে এৰিছে। প্ৰিয়নাথে ভালেই কৰিছে। তেৰদিনৰ দিনাই সকাম পাতিব খুজিছে, ভালেই হৈছে।"

সনাতন দেউ ভমককৈ জ্বলি উঠিল। তেওঁ ফৰাফৰ শাস্ত্রৰ নীতি কথা মাতি গ'ল। তাৰ পিছত মণ্ডলৰ ফালে চাই গৰ্জি উঠিল বোলে—বামুণক গালি-গালাজ নপৰাকৈ কথা ক'ব নোৱাৰে নেকি? সৰ্বদোষ এতিয়া বামুণৰে হ'ল হব পায়।"

এই লৈয়েই তৰ্কা তৰ্কি আৰম্ভ হ'ল। শুদিৰৰ মাজৰপৰাও দেউক সমৰ্থন জনোৱা ভালেমান ওলাল। মণ্ডলৰ কৈফেদো হ'ল। শেষত গৈ চিঞৰ বাখৰ হ'লগৈ। বৃন্দাবন ককাইদেৱে অপ্রাণ চেষ্টা কৰিলে দুয়ো ফৈদকে শান্ত কৰিবলৈ। তৰ্ক বাঢ়িহে গ'ল। প্ৰিয়নাথে কৰজোৰে ক'লে, "ৰাইজ,

মৃতকৰ সকাম পাতিবলৈ গৈ এইদৰে ৰণ হুঙ্কাৰ দিলে আত্মাই ক'ত শান্তি পাব? শান্ত হৈ এটা সিদ্ধান্ত কৰক। ৰাইজৰ আদেশ মানি ল'ম।" পিছে কোনেও কাৰো কথা নুশুনে। ঁঅকৰা মূৰীয়া প্ৰবোধে ইমান সময় তলকা মাৰি আছিল। ঘপ্‌কৈ সি চিএৰি চিএৰি ক'বলৈ ধৰিলে, "ৰাইজ কি সিদ্ধান্ত দিয়ে, কি ৰায় দিয়ে দিয়ক আৰু এইবিলাক নীতি-নিয়মৰ বাবে বামুণেই দোষী নে শুদিৰেই দোষী সেই বিলাকৰ বিচাৰ আন সময়ত কৰিব। কাৰ দোষত কি নীতি-নিয়ম হ'ল সেইটো হুলস্থূল কৰাৰ কোনো দৰকাৰ আমাৰ নাই। আমাৰ দৰকাৰ এতিয়াৰ সময়ৰ বাবে কিবা যদি পুৰণা বেয়া নীতি আছে—তাক এৰিব লাগে। আমি তেৰ দিনত সকাম পাতিম। যাৰ ইচ্ছা আহিব, যাৰ ইচ্ছা নাহিব। সকাম আমাৰ তেৰ দিনতহে হ'ব। আন কোনো যুক্তি শুনিবলৈ আমাৰ ডেকাখিনি সাজু নহওঁ।"

প্ৰবোধৰ কথা শুনি প্ৰিয়নাথৰ চকু থৰ হ'ল। স্বয়ং বৃন্দাবনেই ভেবা লাগিল। নিজৰ কাণকেই তেওঁ প্ৰথমে বিশ্বাস কৰিব নোৱাৰিলে। প্ৰবোধেও যে এনেদৰে কথা ক'ব পাৰে তেওঁৰ বিশ্বাসেই নাছিল। ক'তো কাহানিও দেখোন সি এনেদৰে কথা কোৱাৰ কথা তাৰ মনত নপৰে। পৰিস্থিতিয়ে যে মানুহক সাহসী আৰু যুক্তি যুক্ত কৰে—প্ৰবোধেই তাৰ প্ৰমাণ। বৃন্দাবন ককাইদেৱে মনে মনে ভাৱিলে। গতিকে প্ৰবোধৰ সিদ্ধান্তই শেষ সিদ্ধান্ত হ'ল। সকাম তেৰ দিনৰ দিনাই হ'ব। প্ৰিয়নাথৰ বুজিবলৈ বাকী নাথাকিল যে এই লৈয়েই আৰু' এটি হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি হ'ব। গাওঁ দুভাগ হ'ব পাৰে। দুটা খেল হ'বগৈ পাৰে। নামঘৰটোলৈয়ো কাজিয়া হ'ব নিশ্চয়। মনটো তাৰ ভাল নালাগিল। তাৰ দেউতাকৰ সকামৰ গইনা লৈ গাৱঁত খেল হোৱা কথাটো সহিবলৈ সি টান পালে। কিন্তু বেলেগ উপায় আৰু আছে কিটো! প্ৰবোধৰ কথা শেষ হোৱাৰ পিছত মহৰীয়ে ক'লে, "যদি ফুকনীয়া ল'ৰা এটাই ৰাইজৰ হৈ ৰায় দিবই পাৰে, তেনেহলে আমাক আলোচনালৈ মাতি আনিছিল কিয়? অপমান কৰিবলৈ? ইয়াৰো এটা বিচাৰ হ'ব লাগিব।"

সকামৰ দিনা মহৰীৰ ফলীয়া হৈ একাল ৰাইজ সকাম খাবলৈ নাহিল।

শংকৰী পন্থী বুলি কোৱা এচামো নাছিল পুৰোহিত আনি মন্ত্ৰ গোৱাবলৈ লোৱাৰ কাৰণে। অৱশ্যে থুলেশ্বৰ শইকীয়াৰ জোৰ বৰ বেছি নহয়। কিন্তু মহৰী আৰু শইকীয়া দুয়োৱে মিলি ভালেকেইঘৰ মানুহেই সকাম নাখালে। প্ৰবোধে সকামৰ দিনাও চিঞৰি চিঞৰি ক'লে "আহফলা ধৰ্ম আমাক নালাগে। মানুহক মানুহ হৈ থাকিবলৈ দিয়া ধৰ্মহে লাগে।" বৃন্দাবন ককাইদেৱে প্ৰবোধক খং কৰি কলে বোলে "যি ক'বলৈ আছে পিছে পৰে ক'বি। সকামৰ দিনা আন কথা নুলিয়াবি। গুৰুজনাই ফালিবলৈ বিচৰা নাছিল, সাবটিহে ধৰিছিল। নহ'লে অসমীয়া জাতিৰ কেতিয়াবাই ভষম উঠিলহেঁতেন। সেই গুৰুৰ নাম লৈ যিসকলে ভেদ-ভাৱৰ সৃষ্টি কৰিছে, মানুহক ঘিণাইছে, সেইসকলে নিজেই নিজৰ বাটত শূল পুতিছে। সময়ে দেখুৱাব বুজিছ প্ৰবোধ। খং নকৰিবি। প্ৰিয়নাথ, তয়ো বেজাৰ নকৰিবি। আমাৰ অহেতুক গোড়ামীয়েই জাতিটোক খালে। অসমৰ দৰে ভাগ্যবান নহ'লে কোন আছিল কচোন? শংকৰ-মাধৱৰ দৰে মহাপুৰুষ বৰ কম জাতিৰ ভাগ্যতহে ঘটে। সেই দুজনাৰ বাণী আমি গ্ৰহণ কৰিব পৰা নাই। বৰং বিকৃত কৰিছোঁ। গুৰুজনাৰ নাম লৈ যিসকলে অন্যায় কৰে সেই সকলতকৈ জাতিৰ ডাঙৰ শত্ৰু নাই বুজিছ প্ৰিয়নাথ। সেয়ে কৈছোঁ, দুখ নকৰিবি। ভুলৰ শুধৰণী ৰাইজে নিজেই কৰিব।"

সকামলৈ বুলি পাৰুলো আহিল। তাৰ ওচৰতে গৈ পাৰুল বহিছিলগৈ। তাৰ ভালেমান দুখ নাইকিয়া হোৱাৰ দৰে লাগিছিল। পাৰুলহঁতৰ ঘৰৰ পৰা দৈৰ টেকেলী দুটাও দিছিল। পাৰুলক সি আগতকৈ ৰঙিয়াল, উজ্জ্বল যেন দেখিলে। প্ৰদীপ দিনৰ দিনটো আছিল। পাৰুলৰ লগত কথা-বতৰা হোৱা অৱশ্যে চকুত পৰা নাছিল। প্ৰিয়নাথে আলেঙে আলেকে থাকি কথাটো বুজিব খুজিছিল যদিও বুজাৰ সুবিধা নাপালে।

—দুদিনমান থাকিবা নহয়? এবাৰ সি পাৰুলক সুধিলে।

—আজি থাকিম। ভিনদেৱে আজি ক'ত যাবলৈ দিব?

—দুদিনমান থাকাচোন। মঞো আজৰি-পিজৰি হৈ লওঁ।

এই বুলি কৈয়েই সি সেইখিনিৰ পৰা আঁতৰিল। পাৰুলৰ উত্তৰলৈ বাট নাচালে।

## শ্মোল

তিলেশ্বৰৰ সকামৰ গইনা লৈয়েই গাওঁ তুফাল হ'ল। তেৰ দিনীয়াৰ কৈদটো ডাঙৰ। ডেকা ল'ৰাজাক সেই কৈদৰ। মহৰীও বহি নাথাকিল। নিজৰ বাৰীৰে মাটি এচমকা তেওঁ নাম ঘৰলৈ বুলি দান কৰিলে। এসপ্তাহৰ পাছত মাটি ডৰা মহৰীয়ে লেখা-পঢ়া কৰি দিলে। গাৱঁত নামঘৰ হ'ল দুটা, খেল হ'ল দুটা। প্ৰিয়নাথৰ ঘৰলৈ যিসকল সকাম খাবলৈ আহিছিল সেই সকলক মহৰীৰ কৈদে এৰা দিলে। মহৰী কৈদে নতুন নামঘৰত ভাওনা পতাৰ আয়োজন কৰিলে। "ৰুক্মিণী হৰণ" নাট মেলিলে। লেৰেলা বায়নক আনিলে শিমলুগুৰিৰপৰা। লেৰেলা বায়ন মহৰীৰ মিতিৰ মানুহ। মহৰীয়ে নিজৰ ঘৰতে ৰাখিলে। ধুম ধামেৰে আখৰা চলিল। পিছে ভাওনাৰ আচল ভাওৰীয়া কেইটা ইটো কৈদত থাকিল। তেৰ দিনীয়াৰ কৈদত। শ্ৰীকৃষ্ণৰ ভাও মহৰীয়েই ল'লে। প্ৰবোধইঁতে ইয়াকে লৈ বেচ ফুচুৰিও কৰিলে। পিছে শেষ মুহূৰ্ত্তত ভাওনা নহ'লগৈ। ভাও লৈয়েই বাক-বিতণ্ডা হ'ল। লেৰেলা বায়নৰো অশৌচ ওলাল। গুছি গ'ল। নামঘৰটো ৰ'ল। নামঘৰীয়া পাতিলে ভোলা খাটনীয়াৰক। নিতৌ মণিকূট মচিব, সন্ধিয়া চাকি গছ জ্বলাব। মাহে দহ টকা পাব। সোলাৰ মুখত মাখি পৰে, সিও লাভ। খাটনীয়াৰৰ অৱস্থা না-জল, না-থল। খেতি বুলিবলৈকো নাই। কোনোমতে ঘৰ মাটিকণ, এসাজ, খালে দুসাজ নাই। মহৰীৰ ইটো সিটো কৰি দিয়ে। গাওঁখনত কাৰোবাৰ ঘৰত সকাম-নিকাম হ'লে ৰভা পৰলা দিয়াৰেপৰা বয়-বস্তু খুজি মাগি আনি গোটাই দিয়া কামবোৰ কৰি দিয়ে। এনেকৈয়ে সিকিটো আধলিটো বা চাউল একোমুঠি যোগাৰ কৰে। পিছে গাওঁ তুফাল হোৱাৰ পৰা খাটনীয়াৰৰ আৰ্জনৰ পথাৰখনো ঠেক হৈ পৰিল। প্ৰবোধইঁতে খাটনীয়াৰক কথাটো বুজালে। খাটনীয়াৰে বোলে, "মই নিৰুপায় অ' বোপাইহঁত; কাক এৰোঁ, কাক ধৰোঁ?" সম্বন্ধত খাটনীয়াৰ পাকলৰ মোমায়েক। দূৰ

সম্পৰ্কীয়। সম্বন্ধটোৰ কথা ভালকৈ পাৰুলেও নাজানে, পিছে "মামা" বুলিয়েই মাতে। ভিনিহীয়েকৰ ঘৰলৈ আহিলেই তাই খাটনীয়াৰৰ ঘৰলৈকো যায়। খাটনীয়াৰ মাজে সময়ে চকলিয়ালৈ যায়। পাৰুলহঁতৰ ঘৰলৈ। পাৰুলৰ মাকে বয়-বস্তু দি পঠিয়ায়। খাটনীয়াৰক প্ৰিয়নাথৰো আপোন আপোন লাগে। হোজা মানুহ। পিছে লেঠা হ'ল এতিয়াহে। প্ৰিয়নাথৰ দেউতাকৰ সকামলৈ পাৰুল আহিছিল। পাৰুল এই গাঁৱলৈ আহিলে ভিনিহীয়েক বৃন্দাবনৰ ঘৰতে থাকে। বৃন্দাবনো প্ৰিয়নাথৰ ফলীয়া। হেনজানি খাটনিয়াৰক মহৰীয়ে কৈ দিলে বোলে "চকলিয়াৰ বৃন্দাবনৰ শহুৰেকৰ ঘৰতো তুমি খোৱা-বোৱা কৰিব নোৱাৰিবা। সকাম-নিকামত যাব নোৱাৰিবা। সিহঁত সি ফৈদৰ।"

সকাম-নিকাম হৈ যোৱাৰ পিছত প্ৰিয়নাথে হিচাপ কৰি দেখিলে তিনি হেজাৰমান টকা ধাৰ লাগিল। বয়-বস্তুৰপৰা নগদ ধনলৈকে ধাৰ। ইফালে অঙহী-বঙহী যি য'ত আছিল সকলোৱে আহি ধৰিলেহি বোলে বছেৰেকীয়াটো হৈ গ'লেই সি বিয়া পাতিব লাগিব। মাকৰো সেয়ে মত। দেউতাক জীয়াই থাকোতেই বিয়াখন পাতিবলৈ মাকৰ মন আছিল। ল'ৰাই মন-কাণ নিদিলে বুলি মাকে খেদো কৰিলে। সেয়েহে মিতিৰ কুটুম বন্ধু বান্ধৱে পৰামৰ্শ দিলেহি বোলে "বছৰটোনো কি' ইফাল সিফাল কৰোঁতেই যাব। ইয়াৰ ভিতৰতে যা-যোগাৰ কৰি সাজু হ'ব লাগে। ছোৱালী বন্দৱস্ত কৰিব লাগে।" খাটনীয়াৰক লগত লৈয়েই পাৰুলক খুজিবলৈ বুলি মাক নিজেই যোৱাৰ কথা আছিল। প্ৰিয়ৰ দেউতাক ঢুকুৱাৰ চাৰি দিনৰ আগতে খাটনীয়াৰৰ সতে প্ৰিয়ৰ মাকে এই বিষয়ে কথা-বতৰা পাতিছিল। খাটনীয়াৰে তেতিয়াই যাবলৈ ওলাইছিল, পিছে মাকেহে বোলে "প্ৰথমে আলেঙে আলেঙেহে বুজ লোৱা ভাল—প্ৰিয়লৈ ছোৱালী দিবনে নিদিয়ে। কথাবাৰ জানি ল'লে খোজা-বঢ়া কৰাত সুবিধা।" খাটনীয়াৰে বোলে "জেঠাই, মই বাৱতে চিনিছোঁ যে শিয়াল পথৰা। প্ৰিয়ৰ মন আছে। আকাৰে-ইঙ্গিতে কথাবাৰ মোক কৈছেই বুলিব পাৰে। সিজনীৰো এটা সময়ত মন থকা যেন লাগিছিল। ছোৱালীৰ কথা— মুখ ফুটাই নকয়েই, ঠাৰে চিঞাৰেও ক'ব নোখোজে। মোৰহে মনে গোন্ধাইছে, হালৰে মন আছে।" সেই খাটনীয়াৰ এতিয়া

সিখেলত, মহুৰীৰ খেলত। প্ৰিয়নাথে দৰকাৰী এজনক হেকওৱা যেন পালে। সি ভাবিছিলে খাটনীয়াবৰ যোগেদিয়েই হেস্ত-নেস্ত এটা কৰি পেলাব। প্ৰদীপলৈকে মন আছে যদিও জানি আছিব। পিছে এলা পাকতে কিবা খেলিমেলিখন হৈ গ'ল। খাটনীয়াবো নহা হ'ল, সিও যাওঁ বুলি যাব নোৱাৰা হ'ল।

খৰালিৰ লগে লগে দিবৈখন শুকাই যায়। খোজ কাঢ়ি ইপাৰ সিপাৰ হ'ব পাৰি। বালি ঘাটত বালি পৰে। বহি ভাল লাগে। কোমল ৰ'দ-জাক পিঠিত পেলাই বালিত বহি থাকিবলৈ কেতিয়াবা মন যায়। সময়হে নাপায়। দিনৰ দিনটো দুহাতেৰে আঁজুৰি ফুৰিলেও জোৰাকে নমবেগে। ভায়েক দুটাৰ পঢ়াৰ খৰছ আছেই, বাপেকৰ সকামৰ ধাৰসোপাও লাগিল। মাকে কৈছেই বোলে সোনকালে ধাৰ ঋণখিনি মাৰিব নোৱাৰিলে মৃতকলৈহে বেয়া। সকাম এটা পাতিবলৈযে ইমান গাল ধন লাগে সি ভাবিবকে পৰা নাছিল। বাইজখনক নিমন্ত্ৰণ কৰি আনি খুউৱা, ৰভা-পৰলা দিয়া, বৃষোৎসৰ্গ কৰা, দান-দক্ষিণা দিয়া। মৰা মৰিলেই, জীয়াকেইটাবো এনেকৈ দেখিছোঁ গাৰ ছাল বাকলি শেষ হ'ল। দিবৈৰ পাৰৰ বালিঘাটত বহি বহি প্ৰিয়নাথে এইবিলাক বাৰে বাংকৰা কথাকে ভাবি আছিল। অভাৱ অনাটনৰ কথা ভাবোতেই তাৰ শিমলু তলৰ ন-ভাঙনি মাটি ডৰাৰ ধান খিনিলৈ মনত পৰিল। আক' এবাৰ ধানখিনি চাবলৈ হেপাহ হ'ল। তাৰ এনে লাগিল যেন বালিঘাটত এনেয়ে বহি সময় কটোৱাতকৈ ধাননি ডৰাৰ ওচৰতে বহি থাকিবগৈ। অন্ততঃ চৰাই খেদিবতো পাৰিব!

সি ঘপ্‌কৈ উঠি শিমলু তলৰ ন-ভাঙনি মাটি ডৰাৰ ফালে খৰ খোজেৰে আহিল। এজাক বতাহ বলিছিল। চেঁচা বতাহ। চুৰীয়াখনৰ আগটোকে সি গাত মেৰিয়াই ল'লে। দূৰৰপৰাই দেখিলে ধাননি ডৰা বতাহত হালিছে জালিছে। ধাননি ডৰাৰ কাষত বৈ সি মনতে এটা হিচাব কৰিলে। বছৰটো জুৰিব। কাৰো ওচৰত হাত পাতিব নেলাগে। ভাত কেইটা যোগাব হলে বাকী বিলাকলৈ চিন্তা নাই। বছৰটোৰ ভিতৰত দেউতাকৰ সকামৰ বাবে লগা ধাৰখিনিও মাৰিব পাৰিব। আজি কালি বাৰমাহেই খেতি কৰিব পাৰি। আক' শালি খেতি অহা সময়লৈকে আন কিবা খেতিও

কৰিব পাৰি। আই-আৰ, আই-জং কত ৰকমৰ খেতিৰ কথা সি শুনিছে। ভালকৈ কথাবোৰ নাজানে হওঁতে। জনা বুজা লোকৰপৰা সুধি ল'ব। ব্লকলৈ গ'লেই হ'ব। ব্লকত কাম কৰা বোহিণীয়েতো কৈছিলেই "বুজিছ প্ৰিয়, এদিন আমাৰ অফিচলৈ যাবি। আমাৰ অফিচাৰ আছে নহয়, মই লগ কৰাই দিম। দিহা পৰামৰ্শ দিব। মাটি এচমকাত ছমাহ খেতি কৰি ছমাহ পেলাই থোৱাৰ দিন এতিয়া নাই।" ঠিকেই, প্ৰিয়নাথে সাউতকৈ এদিন ব্লকলৈ গৈ অহাৰ কথা ভাবিলে। হঠাৎ চকু পৰিল এচুকত জেওৰা খৰি এডোখৰত ডাঙৰ ফাঁক এটা। কি সোমাব পাৰে বাৰু? বান্দৰৰ কামেই হ'ব! ওচৰতে বান্দৰ কেইটামান আছে। জুলুম কৰেহি। বৰ ঘটীয়া হ'ল সিহঁত। সি জেওৰাখন অলপ ব'তি দিলে। চিৰিলা চিৰিলকৈ পকা ধানৰ চিৰালখিনি সি এবাৰ চকু মুদি অনুভৱ কৰিলে। মন তাৰ উৰৌ উৰৌৱেই লাগিল। এই সপ্তাহৰ ভিতৰতে দাৱনী লগাব। সি ভাবিলে একে সময়তে চপাব নোৱাৰিলে বিপদহে আছে। বতৰৰনো কি বিশ্বাস। শিল বৰষুণ এজাক আহিবলৈ হ'লে গোটেইখন ভষমেই উঠিব। সেইবাবে সি তিনিদিনমানৰ পিছতে ধান দাৱলৈ মানুহ লগাব বুলি মনতে ভাবিলে। কাক মাতিব বাৰু? দেৱলাক? দেৱলাৰ কথা মনত পৰি সি আক' এবাৰ ডৰক মাৰি ৰ'ল। সেই ঘটনাৰ পিছত দেৱলা সিহঁতৰ ঘৰলৈ অহা নাছিল। দেউতাক ঢুকুৱাৰ দিনাহে প্ৰথম আহিলে। মাকৰ ওচৰত বহি থাকিল। চাৰি দিনৰ দিনা সিধা এটা লৈ আহিছিল। এপোৱা-ডেড়পোৱা মান চাউল, এজেবা লোণ, চাৰিটামান আলুগুটি। সেইদিনাহে তাই তাৰ ওচৰত এক্ষন্তেকমান ৰৈছিলগৈ। মানুহজনীৰ মনত ৰং নাই, সি অনুমান কৰিলে। তাক কিবা ছুটামান কথা সুধিছিল আৰু সিয়েই বা কি উত্তৰ দিছিল তাৰ মনত নাই। ওচৰত প্ৰবোধো বহি আছিল। প্ৰবোধৰ লগতহে তাই বেছিকৈ কথা পাতিছিল। তাই যোৱাৰ পিছতহে প্ৰবোধে তাক কৈছিল যে তাইক নিবলৈ বুলি গিৰিয়েক আহিছিল। তাইহে পোনচাতে নাযাওঁ বুলি কৈ দিলে। মাকহঁতে জোৰ কৰিছিল, চৰ ভুকুও মাৰিছিল, তাই হেনো কৈ দিলে কাটি ডোখৰ ডোখৰ কৰিলেও তাই আৰু সেইখন ঘৰলৈ নাযায়। কেৱল সেয়ে নহয়, গিৰিয়েককো চুইহে নিকিলালে।

হৈপাহ পলুৱাই গালি-গালাজ পাৰিলে। ক'বলৈ গ'লে ঘৰবপৰা উলিয়াই পঠিয়ালে। প্ৰবোধে লগতে ইয়াকো ক'লে যে খুব সম্ভৱ মানুহটো 'পুৰুষ' মানুহ নহয়। কথাবাৰ শুনি প্ৰিয়নাথৰ মনটো কেনেবা কেনেবা লাগিল। কি সৰ্বনাশ কথা! দেৱলালৈ তাৰ বেয়া লাগিল। বেচেৰী!

তিনি দিনৰ পিছত সি দায়নী ঠিক কৰি আছিল···। যি কেইগৰাকীয়ে কইছিল। সেই কেইগৰাকীয়েই। দেৱলাও। দাৱনীৰ কাৰণে বুলি প্ৰিয়নাথে নিজে ৰবাব টেঙাও গোটালে। এইবাৰ অৱশ্যে দাৱনী হিচাবে সোমবাৰীও থাকিব। তাইকো সি কৈ আহিলগৈ। দেওবাৰ বাবে সোমবাৰী মান্তি হৈ গ'ল। বাগিচাৰ কামজাৰি নাথাকে। 'চিজন টাইমতহে' দেওবাৰেও থাকে। কলমদিনত দেওবাৰটো পোৱা যায়। সোমবাৰীয়ে সেই কাৰণেই আহিম বুলি ক'লে। একে দিনাই শেষ কৰিব পাৰিলে ভাল। প্ৰিয়নাথে একেলগে দহজনীমান দাৱনী লগোৱাৰ কথাই ভাবিলে। মাকেও হয় ভৰ দিলে। মাথোন ক'লে—'মই নিজে হ'লে একো কৰিব নোৱাৰো। জা-জলপানখিনি কৰি মেলি দিম। হাতত কাচি ল'বহে নোৱাৰিম।' প্ৰিয়নাথে হাঁহি মাৰি ক'লে, "তোকনো কোনে বাৰু পথাৰলৈ যাবলৈ কৈছে অ'? এইটো দেহাৰে তই যাওঁ বুলিলেও মই তোক যাবলৈ দিম জানো?"

ঠিক কৰা মতেই শিমলু তলৰ ন-ভাঙনি মাটিত দাৱনী নামিল। আঠজনী দাৱনী। দেৱলাও। সি নিজেও নামি গ'ল। কিমান যে ৰগৰ উলিয়ালে বকুলীপেহী, সোমবাৰীহঁতে। দেৱলা পিছে নিলগে নিলগে থকাৰ দৰে আছিল। তাই যেন প্ৰিয়নাথৰ ওচৰ নাচাপিব। প্ৰিয়নাথে কথাটো মন কৰি থাকিল। সিবাৰ কৰবলৈ অহা দেৱলাজনীৰ কথা তাৰ মনলৈ আহিল। হাঁহি-মাতি গোটেইখন তাল ফাল লগাইছিল দেখোন। এতিয়ানো ইমান গহীন হ'ব লাগেনে? একোবত সি তাইৰ ওচৰ পালেগৈ। সুধিয়েই পেলালে বোলে, 'কি হ'লনো অ' দেৱলা, তই দেখোন একেবাৰে কেনেবা হৈ আছ?" তাই বোলে, "তোক কামহে লাগে, কৰিছোঁ নহয়। বাকী কথানো কেলেই?" প্ৰিয়নাথে তাইৰ আসৈ নাপালে। কিন্তু প্ৰবোধৰ কথাটোৱে তাক বাৰে বাৰে জুলুম কৰিবলৈ ধৰিলে, "খুব সম্ভৱ মানুহটো

'পুৰুষ' মানুহ নহয়।" প্ৰিয়নাথৰ ইচ্ছা হৈছিল সঁচা কথাষাৰ সি দেৱলাৰ পৰাই জানি ল'ব। কিন্তু তেনে এষাৰ কথা সোধাৰ চেলুকে নাপালে। চেলু পালেও পোনপটীয়াকৈ সুধিব নোৱাৰে। ঠাৰে চিয়াঁৰেহে সুধিব লাগিব। কিন্তু তাৰপৰা কি লাভ হ'ব? প্ৰিয়নাথে নিজেই ভাবিলে। দেৱলাৰ গিৰিয়েক যেনিবা নপুংসকেই হ'ল, সেই কথা জানি বা নাজানি তাৰ কি লাভ লোকচান আছে? আৰু তেনে এষাৰ কথা সিয়েইনো তাইক সুধিব কেনেকৈ? লাজৰ মূৰ খাব কোনে?

## সোতৰ

গোটেই ডৰা মাটিৰ ধান শেষ কৰিবলৈ আৰু দুদিন লাগিব। প্ৰিয়নাথে দেৱলাইঁতক পিছদিনাও মাতিলে। সোমবাৰীয়ে নাহো বুলি ক'লে। তাই কামজাৰিলৈ যাব। ধানৰ কটা মুঠি কেইটা পথাৰতে পৰি থাকিল। ডাঙৰী কেইটা চপাবলৈ প্ৰবোধহঁতো আহিব। বুধবাৰে মাতিছে। চপাবলৈনো কেত্‌পৰ লাগিছে? আগতে দাই লোৱা হওকচোন। বেলি পৰি অহাৰ লগে লগেই-কেউজনী দাৱনী যাবলৈ ওলাল। হাতৰ কাঁচি সামৰিলে। প্ৰিয়নাথে কেউজনীকে দৈ কোমল চাউলৰ জলপান একোটা খুৱালে। পিছদিনাখন আৰু' আহিবলৈ ক'লে। সিহঁত যোৱাৰ পিছত সি মুঠি কিছুমান গোটালে। কাইলৈ লখিমী নিব। মনটো ভাল লাগিল। ভায়েক দুটাও ৰাতিপুৱা পাবহি। আজিয়েই অহাৰ কথা আছিল। বায়েকে খবৰ দিছে কাইলৈহে আহিব। বায়েকৰ ঘৰত আজি নাম গোৱা। সেয়েহে। ৰবদিনৰ বন্ধটোৰ ভিতৰতে সিও ভালেখিনি কাম কৰিব লাগিব। ভায়েক-হাল আহিলে অলপ সকাহ পাব। ভড়ালটো চাফ্‌-চিকুণ কৰা কামখিনিকে অন্ততঃ সিহঁত হালে কৰিব পাৰিব। লখিমী সুমুৱাৰ আগতে সেইখিনি কাম কৰি ল'ব লাগিব।

আনকালতকৈ সেইদিনা সোনকালে শোৱাপাটীলৈ গ'ল। বিছনাত পৰিলেই আজি কালি তাৰ মূৰলৈ ভালেমান চিন্তা আহে। টোপনি আহোঁতে দেৰি হয়। চিল মিল টোপনি আহিব খোজোতেই সি মাকৰ মাতত সাৰ পালে। খাই বৈ উঠি মুখত তামোলখন ভৰাই মাক আহি তাৰ শোৱাপাটীৰ ওচৰত বহিলহি। তাক মাতিলে "শুনিছনে? হেৰ প্ৰিয়, টোপনি ধৰিলেই নেকি?"

—হু, কি হ'ল—সি প্ৰায় চক খাই উঠিল।

—নহয় অ', বৃন্দাবন আহিছিল। সিহে ক'লেহি বোলে প্ৰদীপে পাকলক

হেনো আনিবই। খাটাং কৈ দিছে। বাপেকে নিদিয়ে, সিও শুশুনে। বাপেকক হেনো কৈ দিছে লাগিলে ঘৰৰ-পৰাই ওলাই যাব। ভনীয়েকেও ককাইয়েকৰ কথাত হয় ভৰ দিছে।

প্রিয়নাথৰ টোপনি ভাগি গ'ল। গোটেই মানুহটোকে ধৰি জোকাৰি পেলোৱা যেন লাগিল। মাকৰ আগত যিমান পাৰে নিজকে ঢাকি ৰাখিবলৈ সি যত্ন কৰিলে—

—পিছে কি হ'ল? যেয়ে যি কৰে কৰি থাওক। আমাৰনো মূৰ ঘমাবলৈ কিহে পাইছে?

—নহয় অ', ছোৱালীজনীলৈ কিবা এটা মৰম লাগিছিল। আনি থ'ম বুলি ভাবিছিলোঁ। খাটনীয়াৰে কথাষাৰ কাণো চোৱাইছিল।

—খাটনীয়াৰ দেখোন সিখেলৰ মানুহ।

—বেচেৰাই উপায় নাপাইহে সিখেলত আছে।

—তইনো মোৰ টোপনি ভাঙিলিহি কিয়?

—নহয় অ', পাকলৰ কথাটো এতিয়া এৰি দিয়াই ভাল। মৰাণত এজনী ভাল ছোৱালী আছে বুলি বায়েৰে কৈছিল। তাইৰ বৰ মন আছে তোলৈ আনিবলৈ। ভাবিছো বায়েৰক কথা হ'বলৈ কওঁ।

—মোক এতিয়া শুবলৈ দে। ভাগৰ লাগিছে, টোপনিও ধৰিছে।

—দিনটোত দেখোন তোৰ লগত কথা একেষাৰ পাতিবলৈকে তোৰেই সময় নোলায়।

—মই এতিয়া কি কৰিব লাগেনো?

—মৰাণৰপৰাই এবাৰ আহগৈ নহ'লে। পাকলৰ কথাটো বাদ দিয়াই ভাল। কিছুমান কথা ময়ো ঘুমুক-ঘানাককৈ শুনিছোঁ। প্রদীপৰ বাপেক পুতেকৰ থৈয়া-নথৈয়া। বুঢা বোলে এদিন ঘৰৰপৰাই ওলাই গৈছিল। ল'ৰা নাছোৰ বান্দা। পাকলক বিয়া কৰাবই। লাগিলে ঘৰকে এৰিব। ছোৱালীৰপৰা কিবা হা-না নাপালে সি তেনেকৈ ক'ব পাৰেনে? মোৰো শৰীৰ বেয়া, বাপেৰৰ বছেৰেকীয়া হৈ গ'লেই মানুহ এজনী সুমুৱাব লাগিব। এতিয়াৰে পৰা যা-যোগাৰ সেই কাৰণেই কৰিবলৈ কৈছোঁ। বাপেৰে বোৱাৰীৰ মুখ নেদেখিলে। কোনোবা দিনা মোৰো একেটাই হয় বুলিহে ভয়। তোৰ

মুখলৈ নাচাই মই কাৰ মুখলৈ চাম ক'চোন ?" মাকে বৰ গাজত লগাকৈ কথা কেইষাৰ ক'লে। সি চুপ হৈ থাকিল, মুখৰ মাত হৰিল। সি একো হা-না নোকোৱা দেখি মাক সেইখিনিৰপৰা লাহে লাহে উঠি গ'ল। ৰাতিটো তাৰ হাতীটো যেন লাগিল। নাযায় সুপুৱায়। বাৰে বাংকৰা চিন্তাবোৰ আহিল। মনটো ধৰফৰাবলৈ ধৰিলে। পাৰুলক সি পাহৰি যায় কেনেকৈ ? কাৰ বাবে সি দেহা মাৰি শিমলু তলৰ মাটি উলিয়াইছিল ? ভালেমান সময় বিছনাতে ইকাতি সিকাতি কৰি একোবাৰত উঠি আহিল। চাকি নজ্বলালে। আন্ধাৰে মুন্ধাৰে খেপিয়াই ঘটিটোৰ পানী খিনি ঘোট ঘোটকৈ খালে। জাৰৰ দিনতো তাৰ দেখোন গৰম লাগিল। বনিয়নটোৰেই, লাহেকৈ দুৱাৰখন খুলি সি বাহিৰলৈ ওলাই আহিল। বৰ আন্ধাৰ। পিৰালিতে অলপ সময় ৰ'ল। লাহে লাহে আন্ধাৰৰ মাজতে বাহিৰখন জিলিকি উঠিল। নঙলা খুলি সি বাহিৰলৈ ওলাই আহিল। কোবেৰে আগবাঢ়িল বৃন্দাবন ককাই-দেউৰ ঘৰৰ ফালে। কেতিয়া কোনফালেদি আহি বৃন্দাবন ককাইদেউৰ নঙলা মুখ পালেহি তাৰ খিয়ালেই নহ'ল। নঙলা মুখত বৈহে সি গ'ম পালে যে ইমান সময়ে সি নভবা-নিচিন্তাকৈয়ে কিবা কিবি কৰি আছিল। যন্ত্ৰ এটাৰ দৰে। চলিলে চলি থাকে। মাজ নিশাখন বৃন্দাবন ককাইদেউৰ নঙলামুখত বৈহে তাৰ সম্বিৎ ঘূৰি অহা যেন পালে। এই মহা ৰাতিখন সি কিয় আহিল ? কোনোবাই কেনেবাকৈ দেখিলে কি ভাবিব ? এতিয়া সি কি কৰিব ? বৃন্দাবন ককাইদেউক জগাব ? জগাই ? পাৰুলৰ কথা সুধিব ? ছিঃ। বৃন্দাবন ককাইদেৱে তাক বলিয়া বুলি নাভাবিবনে ? গোটেইখনে সাৰ পাব। ছিঃ ছিঃ নাক কটা যোৱা কথা হ'ব। সি নঙলা মুখৰপৰাই আক' ঘূৰিলে। আক' তাৰ মূৰটো কিবা খেলি মেলি লাগিল। দেৱলা-হঁতৰ ঘৰৰ আগৰ বাটটোৰেদি পোনাই দিলে। নিচা খোৱা মানুহৰ দৰে লাগিল তাৰ মূৰটো। দেৱলাহঁতৰ পদূলি পাই থমকি ৰ'ল। এটা কাম কৰিব নেকি ? দেৱলাকে ক'ব নেকি কাইলৈ চকলিয়াৰপৰা আহকগৈ। পাৰুলক সকলো সুধি আহক। পাৰুলক সকলো সুধি আহিব দেৱলাই ! বেয়া হ'ব। পাৰুলক সি নিজে সুধি আহিব। এৰা নিজেই। তথাপি দেৱলাৰ কথা তাৰ মনলৈ আহিল। সিহঁতৰ, নঙলা মুখতে খন্তেক তভক

মাৰি ৰ'ল। দিবৈৰ পাৰত সেইদিনা দেৱলাক····। তাৰ বৰ লাজ লাগিল, নিজৰ ওপৰতে খঙো উঠিলে। লাজতে তলমূৰ কৰি সি দেৱলাহঁতৰ পদূলি এৰি আহিল। কেনেকৈ আহি কেতিয়া কোন মুহূৰ্ত্তত সি ন-ভাওনিৰ ওচৰৰ হাবি ডৰা পালেহি গমেই নাপালে। হঠাৎ তাৰ মনত পৰিল পোনপটীয়াকৈ প্ৰদীপকে নোসোধে কিয়? এৰা প্ৰদীপকেই সুধিব। সি এইবাৰ মণ্ডলৰ ঘৰৰ ফালে পোনাই দিলে আৰু একেকোবেই আহি মণ্ডলৰ ঘৰৰ কাঠৰ গেটখন খুলি বাৰন্দাত থিয় হ'লগৈ। সি জানে বাটৰ ফালে থকা সোঁহাতৰ মুখৰ কোঠা এটাতে প্ৰদীপ শোৱে। খিড়িকীখনৰ ওচৰত থিয় হৈ সি মাতিলে, "প্ৰদীপ, অ' প্ৰদীপ। প্ৰদীপ।" এনেতে কুকুৰ এটাই ৰৌ ৰৌৱাই উঠিলে। ক্ষন্তেক সময় সি ডৰক মাৰি ৰ'ল। কুকুৰটোৱে ভুকি থাকিল। সি ইফালে সিফালে চালে। কুকুৰটো তাৰ ফাললৈকে আহিল। সি চিঞৰিলে, "প্ৰদীপ, অ' প্ৰদীপ, মই প্ৰিয়নাথ, উঠাচোন।" তাৰ চিঞৰতকৈ কুকুৰটোৰ চিঞৰ বেছি হ'ল। দূৰে দূৰে থকা কেইবাটাও কুকুৰে ভুকিবলৈ ধৰিলে। সি কুকুৰটোৰ প্ৰতি কেৰেপ নকৰা যেন ভাব দেখুৱালে। ইতিমধ্যে প্ৰদীপেও সাৰ পোৱাৰ উমান পালে। কোঠাৰ ভিতৰৰপৰা দুৱাৰ নোখোলাকৈয়ে প্ৰদীপে প্ৰিয়নাথৰ চিনাকি ভালদৰে লৈ ল'লে—

—কোন?

—মইহে, প্ৰিয়, প্ৰিয়নাথ।

—প্ৰিয়?

—এৰা, মই।

—ইমান নিশা?

—কথা আছে।

প্ৰদীপেও নিশ্চয় ভয় খাইছিল ক'ৰবাত সাংঘাটিক কিবা এটা হৈছে বুলি। সি উঠি আহি দুৱাৰ মেলি দিলে।

—কি হ'ল? কাৰোবাৰ কিবা?

প্ৰদীপ সন্মুখত থিয় হোৱাৰ পিছতহে যেন প্ৰিয়নাথৰ সম্বিত ঘূৰি আহিল। তাৰ লাজ লাগি গ'ল। এৰা, কি কথাটোৰ বাবেনো সি এই মহা ৰাতিখন আহিল বাৰু। আহিল যেতিয়া সম্পূৰ্ণ মুখামুখি হ'বই লাগিব।

—প্ৰদীপ, তোমাৰ লগত অলপ কথা আছে। ইয়াত কথা পাতিলে ঘৰৰ বাকীবিলাকে সাৰ পাব। আন কৰ'বাত বহোঁগে ব'লা—

— এই ৰাতি কি কথা আছে?

—দৰকাৰী।

—ব'লা তেনেহলে।

দুৱাৰখন জপাই দুয়োটা ওলাই আহিব খোজোতেই দেউতাকৰ মাত শুনিলে "কোন"? প্ৰদীপে ক'লে, "মইহে"।

—আৰু কোন?

—আপুনি শুই থাওক।

বুঢ়াই আৰু একো নামাতিলে। প্ৰদীপ, প্ৰিয়নাথ ওলাই আহিল। বাহিৰত কুঁৱলি। বেছ জাৰো পৰিছে। প্ৰদীপ থমকি ৰ'ল। সি লাহেকৈ সুধিলে, "অকল কথাহে আছেনে? কিবা কামো আছে? যদি কথাহে আছে ইয়াতে কোৱা। বাহিৰলৈ নাযাওঁ। নিয়ৰ ঠাণ্ডা। গাটো সিমান ভাল নহয়।"

-- তুমি পাৰুলক বিয়া কৰাবা?

খাৰাং খাচাংকৈ প্ৰিয়নাথে সুধি পেলালে। প্ৰদীপ প্ৰায় থত্ মত্ খোৱাৰ দৰে হ'ল।

—কেলেই, কি হ'ল নো? .

– কথা হৈছে, কাইলৈ পাৰুলক খুজিবলৈ যোৱাৰ কথা আছে। বৌতিৰ ইচ্ছা। সেই বিষয়ে কথা-বতৰা হৈ থাকোতেই কেনেবাকৈ ওলালে বোলে তাইক তুমি বিয়া কৰাবা। কথা যদি সেইটোৱেই হয়, তেনেহলে মিছা মিছি খোজা-বঢ়া কৰি কিয় মানুহ পঠিয়াওঁনো? সেয়েহে কথাষাৰ পোনে পোনে সুধি যোৱাই ভাল বুলি তোমাক সুধি যাবলৈ আহিলোঁ।

প্ৰিয়নাথে যিমান পাৰে সিমান নিজৰ আগ্ৰহৰ কথা লুকুৱাই কথাখিনি ক'লে। প্ৰদীপে সামান্য হাঁহি এটা মাৰি ক'লে, 'পাৰুলক আনিম বুলি ঘৰতো মই কৈ দিছোঁ। সিহঁতৰ ঘৰতো জানে। সঁচা কথা নকৈ কি, আমি ভালেখিনি আগবাঢ়িলোঁ।"

প্ৰিয়নাথৰ মুখটো আচন্দ্ৰাই কৰা যেন লাগিল। সি যিমান পাৰে

নিজকে চম্ভালি থাকিল যদিও ইচ্ছা হৈছিল সি যেন চিঞৰি চিঞৰি ক'ব তাইক মোৰপৰা নিনিবা প্ৰদীপ, নিনিবা, শিছে একো নক'লে। "এবা সেইখিনিকে জানিবলৈ আহিছিলোঁ," এই বুলি কৈ কোঁ কোঁ কৈ ওলাই গ'ল। প্ৰদীপ ভেবা লাগি ৰ'ল।

প্ৰিয়নাথে নিজেই ক'ব নোৱাৰে সি কোন বাটেদি কেনি গৈছে। মাথোন হুলং হুলংকৈ গৈ আছে। ধান এচিবাৰ ওপৰত তাৰ ভৰিটো পৰাৰ নিচিনা লাগিল। এবা ধান! সি তুলি ল'লে। ধান চিৰা হাতত লৈ সি আগবাঢ়িল। কিবা এটা খৰমৰোৱা শুনিলে। ৰৈ গ'ল। এটা ছাঁ। সি আগবাঢ়ি গ'ল। সি স্পষ্ট দেখিলে যে কোনোবাই ধানৰ মুঠি কঢ়িয়াইছে। এই ৰাতিখন! পথাৰৰ ধান চুৰি কৰিছে। মনে চেবালে। তাৰ শিমলু তলৰ নতুন খেতিৰ ধান কেইমুঠি! এইবাৰহে সি কোন বাটেদি আহিছে ভালদৰে চাই ল'লে। দেখিলে সি শিমলু তলৰ ফাললৈকে আহি আছিল। দৌৰিবলৈ ধৰিলে। তাৰ ধাননি পালেগৈ। দিনত দাই থোৱা ধানৰ মুঠিবোৰৰ ভালেমান নাই। বুকুখন তাৰ চিৰিংকৈ মাৰিলে। সি জোপোহা এটাৰ আঁৰত ৰ'ল। সি বুজিলে ধান নি আছে। আক' আহিব। হাতে লোটে ধৰিব লাগিব। জাৰ, কুঁৱলী পাহৰি সি জোপোহাৰ আৰত ৰ'ল। পাৰুলৰ কথা পাহৰি খং-ক্ষোভ আৰু উত্তেজনাত সি মাথোন ঠক্ ঠক্কৈ কঁপিবলৈ ধৰিলে। ভালেমান সময় বহি থাকিল। এবাৰ দেখিলে কোনোবা পথাৰত নামিছেহি। ভালদৰে সি চাই ল'লে। আন্ধাৰৰ মাজত চকু কেইটা অভ্যস্ত হৈ পৰাত মানুহ চিনি পাবলৈ তাৰ দেৰি নালাগিল। বাবু চাহাবৰ পুতেক কানহাইয়া তাৰ ওচৰত। তাক দেখা নাই। সি পোনচাতেই তাৰ ওপৰত জপিয়াই পৰিল। কানহাইয়াই ততকে ধৰিব নোৱাৰিলে। মুখ ঠেকেছা খাই পৰিল। সম্ভৱ কানহাইয়াৰ লগত আৰু মানুহ আছিল। অলপ আঁতৰে আঁতৰে। কানহাইয়াই মাত মাতিবলৈ চেষ্টা কৰিছিল। কিন্তু প্ৰিয়নাথে এনেভাবে মুখত সোপা দি ঠেকেচিবলৈ ধৰিলে যে সি মাত মাতিবলৈ উন্নাদিহেই নাপালে। পথৰুৱা শুকান আলিত তাক ঠেকেচিয়েই থাকিল। সি বলিয়া হৈ গ'ল। তাৰ মুৰে আন একো কামেই নকৰা হ'ল। জীৱনৰ সকলো বিলাক খং-ৰাগ,

দুখ-শোক কানহাইয়াৰ ওপৰতেই যেন পুৰাই ল'ব। কানহাইয়া বোলা জীয়া মানুহটো যে লাহে লাহে লেউ সেউ হৈ গ'ল সেই কথাও প্ৰিয়নাথে গ'ম নাপালে। মাথোন ঠেকেচিয়েই আছে। সি ইয়াকো গম নাপালে যে ইতিমধ্যে তাৰ গোটেই দেহা কানহাইয়াৰ তেজেৰে তিতি গৈছে। "মই তোৰ ৰক্ত পান কৰিম" বুলি একোবত সি চিঞৰি চিঞৰি ক'লে। আৰু ঠেকেচি থাকিল। তাৰ পিছত সি কানহাইয়াৰ মূৰটো ডিঙিৰপৰা আঁজুৰি ছিঙিবলৈ চেষ্টা কৰি আৰু' চিঞৰি'লে—"ৰাইজ কোন ক'ত আছে, চাওকহি। চোৰ ধৰিছোঁ। ধান চোৰ। চাওকহি ৰাইজ" কথা কিন্তু তাৰ শেষ নহ'ল। ওপৰা-ওপৰিকৈ তাৰ মূৰত লাঠিৰ কোব পৰিল আৰু সিও লুটি খাই পৰিল।

## ওঠৰ

জ্ঞান পাই প্ৰিয়নাথে অনুমান কৰিলে যে সি এতিয়া আচহুৱা ঠাইত। বিছনাখন আচহুৱা, দুৱাৰ-খিড়িকীবোৰ আচহুৱা! ওচৰত থকা মানুহবোৰৰ মুখকেইখন আচহুৱা। তাৰ নিজৰো বৰ ভাগৰ লাগিছে। চকুহাল এবাৰ মেলি আক' জপালে। বাগৰ সলাব খুজিহে অনুমান কৰিলে যে তাৰ গোটেই শৰীৰত বিষ। হাত-ভৰি, মূৰত, কাপোৰ মেৰিয়াই থৈছে। বেণ্ডেজ। চকুহাল মুদি মুদিয়েই সি যোৱা নিশাৰ কথাবোৰ মনত পেলাবপৈ যত্ন কৰিলে। কানহাইয়া মৰিল নেকি? চকু হাল আক' মেলিলে। যেন ওচৰে-পাজৰে ক'ৰবাত কানহাইয়া আছে নেকি—তাকে চাব খুজিলে। কিন্তু যি মুহূৰ্ত্ততে সি খাকী পোছাক পিন্ধা মানুহ দেখিলে সেই মুহূৰ্ত্ততেই সি নিশ্চিত হ'ল যে এতিয়া যি পুলিচৰ হাতত। আক' চকুহাল মুদি পেলালে। একো কথাকেই তাৰ ভাবিবলৈ মন নগ'ল। কাৰোবাৰ কথা-বতৰা, ফুচ ফুচনি, তাৰ কাণত পৰিল। কোনে কি কথা পাতিছে সি জানিবলৈকো ইচ্ছা নকৰিলে। টোপনি যাবলৈ যত্ন কৰিলে।

হাও হাওকৈ কোনোবাই কন্দা শুনি সি সাৰ পালে। গাত আগতকৈ তাৰ শকতি পোৱা যেনো লাগিল। চকু মেলি দেখিলে মাক, ভায়েক দুটা, বৃন্দাবন ককাইদেউ, প্ৰদীপ। কান্দি থকা মাকৰ চকুলৈকে ভেবা লাগি চাই থাকিল। ভায়েকহঁতৰ ফালেও চালে। বৃন্দাবন ককাইদেউ কাষ চাপি আহি সুধিলেহি, "ভাল পাইছনে?" সি উত্তৰ নিদিলে। সি গোটেই ঘটনাটো মনত পেলাবলৈ যত্ন কৰিলে। উত্তেজনা বাঢ়ি যোৱা যেন লাগিল। বৃন্দাবনৰ হাতখন খামোছ মাৰি ধৰি সি সুধিলে, "কানহাইয়া মৰিল নে নাই?" শব্দ কেইটা কৈ সি নিজেই গম পালে যে শব্দ কেইটা তাৰ মুখৰপৰা ভালকৈ ওলোৱা নাই। মুবুজা মুবুজাকৈ ওলাইছে। দুই তিনিবাৰ মান সি একে বাক্যকে কৈ গ'ল। বৃন্দাবনে বুজি পালে। ক'লে, "তই এতিয়া পুলিচৰ জিম্মাত। হাচপতালত।"

—কানহাইয়া ?

—মৰিল।

সি যেন হাঁহিবলৈ যত্ন কৰিলে। কানহাইয়া মৰিল। বেচ হ'ল। সি মাৰিবলৈকে বিচাৰিছিলে। কামটো হৈ গ'ল। তাৰ ফুৰ্ত্তি লাগিল। গাত বল পোৱা যেন লাগিল।

"এতিয়া কি হব অ' বোপাই ? ঘৰখনৰ এতিয়া কি হ'ব ?" মাকে হাও হাওকৈ কান্দিলে। ভায়েকহঁতেও চকু পানী মোহাৰিছে। বৃন্দাবন ককাইদেৱে মাকক কিবা কিবি বুজাব খুজিছে।

এটা সময়ত ডাক্তৰ, নাৰ্চ, পুলিচ গোটেইবোৰ আহি মাকহঁতক তাৰ ওচৰৰ পৰা আতঁৰাই নিলে। সিও উশাহ পোৱা যেন পালে। মাকে কান্দিলে সহিবলৈ টান। তাৰ আচলতে চিঞৰি চিঞৰিয়েই ক'বৰ মন গৈছিল, "নেকান্দিবি বৌতি, নেকান্দিবি। এইবাৰ মোৰ ন-ভাঙনি মাটিত কানহাইয়াৰ তেজ পৰিছে। অহাবাৰলৈ খেতি ভাল হ'ব। একো চিন্তা নকৰিবি।" পিছে সিমানখিনি কথা ক'ব পৰা শকতি এতিয়া তাৰ দেহত নাই। মাকৰ চকু পানী দেখি সহিব নোৱাৰি সি মাথোন চকু মুদি দিলে।

* * *

প্ৰিয়নাথ পুলিচ হাজোতত। মানুহ মৰাৰ দায়। হস্পিটেলৰ পৰা তাক আনিলে। দুদিনমান বৃন্দাবন ককাইদেউ আহিছিল। তাক জামিনত নিবলৈ বহুত কিবা কিবি কৰিলে। লাভ নহ'ল। জামিন নিদিলে। ৰঘু আৰু সোমবাৰীও আহিছিল। তাক দেখি সিহঁত দুটায়ো কান্দি পেলালে। সোমবাৰীয়ে খং দমাব নোৱাৰি কৈয়েই পেলালে, "মাথা ইমান গৰম হ'ব নাপায়।" প্ৰিয়নাথে সোমবাৰীৰ কথাৰ উত্তৰ নিদিলে। সি এতিয়া জানি গৈছে যে কানহাইয়াক সি একেবাৰে মৰাকৈ মাৰিলে। আইনমতে বেয়া কাম কৰিলে। পুলিচে ৰাখিছে। ক'ৰ্ট-কেছাৰী হ'ব। সি দোষী হ'বই। হয় ফাঁচী, নহয় গোটেই জীৱনটো ৰঙা ঘৰৰ ভাত। বেছ হ'ব। কি লাভ, বাহিৰত থাকিনো কি লাভ !

এসময়ত ৰঘু সোমবাৰী গুছি গ'লগৈ। সিহঁত যাবৰ সময়ত মনটো তাৰ বেয়া লাগিছিল। সিহঁতৰ লগতে গুছি যাবলৈ মন গৈছিল। ন-ভাঙনিৰ

খানখিনি তাৰ চকুৰ আগতে নাচি থকা যেন লাগিছিল। ভায়েক দুটাক সি এতিয়া বিপদতহে পেলালে নেকি বাৰু! ৰঘুক ক'লে "বুঢ়ী বোৱাৰীলৈ আৰু ল'ৰা হাললৈ চকু দিবি। সিহঁতক ক'বি, মোৰ ওচৰলৈ আহি থাকিব নালাগে। বৰ ক্ষতি হয়। এই চৈধ্য মাইল বাটতে দিনটো লয়। শিমলু-গুৰিৰ পৰা মৰাণলৈ ৰেলখন অহা যোৱা কৰে ডুবাৰহে।" ৰঘুৱে বোলে, "তই সেইবোৰ ভাবিব নালাগে। আমি আছোঁ। চকু ৰাখিম।"

"আৰু এটা কথা" চকুলৈ চাই প্ৰিয়নাথে ক'লে।

—কি ক'ব খুজিছা কৈ দিয়া।

—উকীল কৰ্ট-কেছাৰী এইবোৰ কৰিব নালাগে। মই কানহাইয়াক মৰাটো দেখ দেখ কথা। পুলিচৰ আগত জবানবন্দী দিছোঁৱেই। সাক্ষী বাদী বিচাৰিবও নালাগে। বৌতিকো বুজাবি, বৃন্দাবন ককাইদেউকো ক'বি। অনাহকত ধন ভাঙিব নালাগে। ঘৰৰ লাম-লাকটু যি এগছ আছে সেইবোৰ যাতে বেচি মেলি মোৰ লগত নাভাঙে। বুজাই ক'বি। খং উঠি কাম এটা কৰিলোঁ। বচ।

যাবৰ সময়ত ৰঘুৱে বাৰে বাৰে চকুহাল মোহাৰিছিল। সোমবাৰীয়েও। প্ৰিয়নাথক দেখি বেয়া লাগিছিল। জেল হয়, ফাঁচী হয় হৈ যাব লাগে। হাজোতত দুই নাও দুই ভৰিকৈ থাকিব নোৱাৰি। লুক-ঢাক কৰিবলৈ তাৰ নাই। যি ক'ব লাগে কৈ দিছে। চাফ-চাফ কথা। পুলিচ এটাই তাক ৰঙা চকু দেখুৱাই সুধিছিল—

—দেখাত তোক মানুহ মাৰিব পৰা মানুহ যেন নালাগে দেখোন। কিয় এনে কাম কৰিলি?

—খং উঠি।

—খং উঠিলেই মানুহ মাৰি পেলাবি?

—মই পায়ে পৰিছোঁ দেউতাহঁত, একেবোৰ কথাকে পেঘেনিয়াই পেঘেনিয়াই নাথাকিব। মই মানুহ মাৰিছোঁ। আপোনালোকে তাৰ বাবে মোক দণ্ড দিয়ক। ইমানেই।

—দণ্ড তোক দিওঁতাই দিব। পিছে এইবোৰ কাম কৰি তই নিজৰ জীৱনটো নিজেই কিয় ধ্বংস কৰিলি?

— দেউতাসকল, মই কৰজোৰে কৈছোঁ – যি শাস্তি দিয়ে দি পেলাওক। কথা সুধি নাথাকিব। কানহাইয়াক যে মই ঠেকেচি ঠেকেচি মাৰিছোঁ— সেইষাৰ সঁচা বুলি প্ৰথম আষাৰতে সৈ কাঢ়িছোঁ, পিছে তথাপি মোৰ হেঁপাহ পলোৱা নাই। তাৰ মৰা দেহাটো কাউৰী শগুণে খোৱা দেখিবলৈ পোৱা হ'লে—

কথাষাৰ তাৰ শেষ নহ'ল। ডাৰোগাই সঁচাকৈ চৰ মাৰি দিলে। গৰজি উঠি বোলে, 'মানুহ খোৱা ৰাক্ষস। তইঁতক, তইঁতক', ডাৰোগাই আক' এটা চোঁচা ল'লে। পিছে কি ভাবি জানো ৰৈ গ'ল। সি থকা ঠাইতে ৰৈ থাকিল। এখোজো হুইঁকি নগ'ল। কিবা এসোপা ভোৰভোৰাই ডাৰোগা গুলাই আহিল। সি পকা মজিয়াতে বহিল। চিঞৰি চিঞৰি কান্দিব পৰা হ'লে যেন বুকুখন অলপ পাতল হ'লহেঁতেন। বুকুৰ ভিতৰত শিল এটা লৈ ফুৰা যেন লাগিল। ওচৰত, অলপ ওচৰতে, আৰু কোনোবা কোনোবা আছে। সি কাৰো মুখলৈ চোৱা নাই। কোনে কি কৰি আহি হাজোতত খপিব লগা হৈছে সেইবোৰ খবৰ সি লোৱা নাই। সিবোৰেও কিজানি সুধিবলৈ সাহস কৰা নাই। সকলোৱে হয়তো জানিছে—সি মানুহ মাৰি আহিছে বুলি। কিজানি তাক গোঁৱাৰ যেন দেখিও কোনেও মাত মাতিবলৈ সাহস কৰা নাই। হাজোতত থকাতকৈ কিজানি জেলত থকাই ভাল। হাজোতত তাৰ অসহ্য লাগিল। গাঁৱৰ কোনোবা কোনোবা আহিছে খবৰ কৰিবলৈ। কিবা কিবি লৈয়ো আহিছে। বৃন্দাবন ককাই-দেৱে জামিনত নিয়াৰ চেষ্টা এৰি দিয়া নাই। সি পিছে কৈ দিছে—জামিন দিলেও সি জামিনত নাযায়। গতিকে জামিনৰ বাবে কোনো যত্ন কৰিব নালাগে। আচলতে মাকৰ আগত থিয় হোৱাৰ সাহসেই তাৰ এতিয়া নোহোৱাৰ দৰে। কানহাইয়াক সি বেয়া পাইছিল সঁচা। ভালেমান বেয়া কাম সি কৰি ফুৰিছিল। বাবু চাহাব সিমান বেয়া মানুহ নহয়। সকলোৰে লগত মিলা-প্ৰীতিৰে থাকিবলৈ বিচৰা মানুহ। কিন্তু কানহাইয়া তল খুচৰীয়া। বাহিৰ ভিতৰ একে নহয়। সজাত পোৱা নাযায়। হাবি-জংঘল কাটি তহিলং কৰিলে। বাধা দিওঁতা নাই। লোকৰ গৰু খোৱাৰত দি কমিচন লয়। এইবিলাক কথাৰ বাবেই তাক সি বেয়া পায়। কিন্তু এনেকৈ

পথাৰৰপৰা ধান চুৰ কৰিব আৰু তাৰ কাৰণেই সি মৰিব লাগিব বুলি সপোনতো ভবা নাছিল। মাৰ সিও খালে। কানহাইয়াৰ মানুহে তাকো আধামৰা কৰিলে। পিছৰবিলাক কথা সি ক'বকে নোৱাৰে। তাতে 'লেবেজ্ঞান' হৈ গ'ল। এতিয়া সি কথাবোৰ গ'ম পাইছে। ছুদিন বোলে লেবেজ্ঞান হৈয়েই থাকিল। বাচিব বুলি কোনেও ভবা নাছিল। তেজো দিলে। তেজ দিলে তুয়োটা ভায়েকে। পুলিচেই হস্পিটেল পোৱালেহি। পুলিচেই ডাক্তৰ লগাই ভাল কৰালে। আৰু' পুলিচেই মাৰ-পিতো কৰিলে। কানহাইয়াৰ দলৰ তিনিটাকো পুলিচে আনিছিল। জামিনত দিলে। প্ৰিয়নাথৰ গাত এতিয়াও বিষ আছে। কেইবাঠাইতো বেন্দেজ আছে।

বেৰৰ জলঙা এটাইদি ৰ'দ এচেৰেঙা সোমাই আহিল। প্ৰিয়নাথে সেই ফাললৈকে ভালেমান সময় এনেয়ে চাই থাকিল। হাজোতত সোমাই থাকি বেলিৰ পোহৰ ভালকৈ চাবলৈকে পোৱা নাই। কালিলৈ ৰাতিপুৱা দহ বজাত বোলে হাকিমৰ ওচৰলৈ নিব। কেতিয়াবাই নিব লাগিছিল। পিছে খোজ-কঢ়াৰ শক্তি নাই বাবেই নিব পৰা নাই। হাকিমৰ আগত জবানবন্দী দিব লাগিব। দিব, দিয়াতনো আপত্তি কি। জবানবন্দী দিবলৈ তাৰ বেলেগ আছে কিটো। ধান চুৰ কৰা দেখি তাৰ খং উঠিল। বচ্ কথা ইমানেই। এতিয়া আইন চাই তাক দণ্ড দিয়ে নে কি দিয়ে দিয়ক। কথা বহলাই থাকিবলৈ তাৰ মন নাই। হাকিমৰ আগতে সি কৈ দিব যে—

"প্ৰিয়নাথ" প্ৰিয়নাথ চক্‌খাই উঠিল। মূৰ তুলি দেখে বৃন্দাবন ককাইদেউ! হঠাৎ এই সময়ত! আৰু লগত এজন উকীল। পোচাক দেখিয়েই সি উকীল বুলি চিনি পেলালে। বৃন্দাবন ককাইদেৱে লগত উকীল হৈ আহিছে!

—তুমি ককাইদেউ!

—ৰাতি পুৱাৰ গাড়ীতে আহিলোঁ। চাৰৰ লগত থাকোঁতেই সময় গ'ল। তোৰ ওচৰলৈ আহিব পৰা নাই। এতিয়া এখেত চাৰেও তোক চাই যাবলৈ আহিছে। তোৰ হৈ এখেতকে ধৰিছো।

আঁকৰাটোৰ দৰে প্ৰিয়নাথে এবাৰ বৃন্দাবনৰ চকুলৈ, এবাৰ উকীলৰ চকুলৈ চালে। তাৰ পিছত ঘূৰি চাই দেখে চিপাহীটোৱে চাধা মাৰি আছে, ছুটা-

মানে তাৰ লগতে চুপতি মাৰি আছে। কিবা ভাবি সি তলমূৰ কৰিলে, বৃন্দাবনে কৈ গ'ল— ।

—কেছ, কিমান দিন চলে ঠিক নাই। মই ঘনাইনো ক'ত আহিব পাৰিম! ভায়েৰহঁতে এইবিলাকৰ উন্নাদিহ নাপায়। গাওঁখনৰ বাকীবোৰৰ কথা জানই। সেয়েহে এতিয়া এই এখেত চাৰৰ ওপৰত সকলো দিছোঁ। তোৰ সকলো খবৰ ৰাখিব। সোধা কথাবোৰ ক'বি।

তাৰ পিছত উকীলৰ ফালে চাই ক'লে, "ই চাৰ চাধা-চিধা মানুহ। তেৰা বেঁকা দেখিলে ফট্‌কৈ কেতিয়াবা তাৰ মূৰ গৰম হৈ যায়।"

"বৃন্দাবন ককাইদেউ", প্ৰিয়নাথে গহীনাই মাতিলে, "মানুহ মই মাৰিছোঁ। লুকঢাক কৰিবলৈ নাই। এতিয়া শাস্তি কি দিয়ে দিয়ক। উকীল লগাই মিছা মিছিকৈ কামবোৰ দীঘলীয়া কৰাৰ মানে নাই। ধন খৰচ, সময় খৰচ। মই নিজেই কৈছোঁ যে মই কানহাইয়াক ঠেকেছি ঠেকেছি মাৰিছোঁ। তাৰ শটো কাউৰী শগুণে খোৱা দেখিবলৈ পোৱা হ'লে বৰ শান্তি পালোহেঁতেন। নিজে দোষৰ কথা কৈ দিয়াৰ পিছত মোৰ হৈ ওকালতি কৰিবনো কিয় লাগিছে? চোৱা ককাউদেউ, উকীলক পা-পইচা দিবলৈ হয় ৰাইজে চাঁদা দিব লাগিব, নহয় ঘৰত গৰু-গাই যি এপদ সম্পত্তি আছে সেইবোৰ বেচি দিব লাগিব। নহলে ক'ৰ পৰা খৰছ কৰিবা? সেইবোৰ কৰাৰ দৰকাৰ নাই। তাতোতকৈ মোৰ বুঢ়ী আইজনীলৈ চাবা, ভাই ছুটালৈ চাবা। সিহঁতক কিবা এটা কৰি দিব পাৰা নেকি চাবা। উকীল লগাই দুদিনত শেষ হ'বলগীয়া বিচাৰখন দহদিন কৰিব নেলাগে। মই দোষী, বচ। শাস্তি লাগে। বিচাৰ শেষ।

"বেচ", উকীলে হাঁহি মাৰি প্ৰিয়নাথৰ বাহুত চপৰিয়াই দিলে। তুমি বৰ হক কথা কৈছা। বৃন্দাবন –

—চাৰ

—এওঁৰ হৈ যি কৰিব লাগে মই কৰিম। কিমানখিনি কি কৰিব পাৰোঁ ক'ব নোৱাৰোঁ, কিন্তু পৰাখিনি কৰিম। মোক পইচাও নালাগে। কি আছিল নাম? প্ৰিয়নাথ? শুনা প্ৰিয়নাথ, এসময়ত বৃন্দাবন মোৰ ছাত্ৰ আছিল। মই দুবছৰমানেই মাষ্টৰী কৰিছিলোঁ। সেইটো নিয়মেই। নহয় জানো বৃন্দাবন?

আন চাকৰি নোপোৱালৈকে মাষ্টৰী কৰাটো এসময়ত নিয়মেই আছিল। এতিয়া উকীল। সঁচা কথাৰ বাবে অৰ্থাৎ সত্য প্ৰতিষ্ঠাৰ বাবে যুঁজ কৰা উকীল"—এইবুলি উকীলে হাঁহিবলৈ ধৰিলে. "গতিকে পা-পইচাতকৈ মই চেলেঞ্জ লৈ ভাল পাওঁ। সেইটো মোৰ একপ্ৰকাৰ হ'বি।"

—বুজিছ প্ৰিয়, চাৰক দিয়া-থোৱা লৈ তই মূৰ ঘমাব নালাগে।

—মই দোষ কৰিছোঁ। তাত লুক-ঢাক নাই। ইয়াত উকীলে মোৰ হৈ ক'ব লগা কি আছে?

—প্ৰিয়নাথ, তুমি ঠিক প্ৰশ্ন এটা কৰিছা। কিন্তু আমাৰ উকীলৰ বাবে তাতো কৰিব লগা আছে। আমাৰ কাম হ'ব তুমি যে হত্যাকাণ্ডটো কৰিলা কিয় কৰিলা?

— মোৰ মানে—

—ৰ'বা, ৰ'বা মই তোমাক প্ৰশ্ন কৰা নাই। আমাৰ বিচাৰ হ'ব— তুমি যে হত্যাকাণ্ডটো কৰিলা, কিয় কৰিলা? হোৱাই? সেই পৰিস্থিতিটো কি আছিল? কি পৰিস্থিতিত, কি এক পৰিবেশত এই কামটো তুমি কৰিলা বা কৰিব লগা হ'ল। তোমাৰ স্বভাৱ, তোমাৰ চৰিত্ৰ, আই মিন, তুমি মানুহটো প্ৰকৃততে হত্যা কৰিব পৰা বিধৰ হয় নে নহয় সেইবোৰ বিচাৰ কৰি তোমাৰ শস্তি কেনেদৰে লাঘৱ কৰিব পৰা যায় সেই বিচাৰ কৰিবলৈ বাধ্য কৰাটোৱেই হ'ব আমাৰ কাম। অৰ্থাৎ—

এনেতে চিপাহীটো ওচৰ চাপি আহিল আৰু সময় হৈ গৈছে বুলি জানিবলৈ দিলে। উকীলে হাতৰ ঘড়ীটো চাই ল'লে। হাঁহি এটা মাৰি আৰু' প্ৰিয়নাথক ক'লে— তুমি 'কো-ওপাৰেট' কৰা মাই বয়। মনত ৰাখিবা এইবিলাক বিচাৰৰ একোটা সামাজিক তাৎপৰ্য্য আছে। আই মিন, কাৰণ, কাৰণ,—কি বিলাক কাৰণত তোমাৰ দৰে এজন কৰ্মঠ ডেকাই, মানে বৃন্দাবনে কোৱাৰ পৰা যি বুজিছোঁ, এনে এটা জঘন্য কাম কৰি পেলালা। ইয়াৰ— আচ্ছা মই দেখা কৰি থাকিম।···

"থাওঁ প্ৰিয়।" বৃন্দাবনৰ মাত প্ৰায় থোকাথুকি হ'ল। উকীল আৰু বৃন্দাবন লাহে লাহে গুছি গ'ল। প্ৰিয়নাথে সেইফাললৈকে চাই থাকিল।

# উনৈশ

দিন গৈ আছে, তাকো হাজোতৰপৰা কেছাৰিলৈ অনা-নিয়া কৰি আছে। হাত কেৰেয়া লগাই লৈ যায়। হালে হালে সাঙুৰি নিয়ে। হাটলৈ গৰু বেচিবলৈ নিয়াৰ দৰে। হাজোতৰ পৰা কেছাৰিলৈ গৈ থাকোতে, সি কেনিও মূৰ তুলি নাচায়। আন চোৰ-ডকাইত নিয়াৰ দৰেই তাকো সিহঁতৰ লগতেই নিয়াৰ বাবে তাৰ সমূলি ভাল নালাগে, সকলোলৈকে তাৰ খং উঠে। সি নিজেই বাৰে বাৰে কৈ থকা স্বত্তেও কিয় তাৰ বিচাৰ দেৰি কৰি আছে? অথবা বেলেগ কিয় বিচাৰ কৰি থাকিব লগা গৈছে? দুখৰ মাজতো এটা কথাৰ বাবে তাৰ অৱশ্যে বৰ ভাল লাগে যে বৃন্দাবন ককাইদেৱে ঠিক কৰি দিয়া উকীল জনে তাৰ হৈ তৰ্ক কৰে। তাৰ দোষ নাই বুলি ক'ব খোজে। লেখা-পঢ়া জনা ভাল মানুহ এজনে তাৰ হৈ মাত মতাৰ কাৰণে তাৰ বৰ ভাল লাগে। তৰ্কবিলাক শুনি থাকিবৰ মন যায়। পিছে সকলোবিলাক শুনিবলৈ নাপায়। বাবু চাহাবৰ মানুহকো সি দেখিছে। বাবুচাহাবৰ মুখখন দেখিলেও তাৰ আক' বেয়া লাগে। বুঢ়াক সি বেয়া পোৱা নাছিল। বাবুচাহাবহঁতে লগোৱা উকীলজন বৰ চোকা। কথাই কথাই ফেপেৰি পাতে। বাক-বিতণ্ডা কৰে। হাকিমক ইংৰাজী, অসমীয়া আৰু কেতিয়াবা হিন্দুস্তানীৰেও কথা কয়। তাৰ হৈ মাত মতা উকীলজনো পিছে কম নহয়। কাঠে কাঠে পৰিছে। দুয়োজনৰ কথা কটা·কটি হ'লে শুনি তাৰ ভাল লাগে। কিন্তু সময় গৈ থকাৰ লগে লগে সকলো বিলাকেই আমনি লগা হৈ আহিছে। কিমানবাৰ হাতত হাত-কেৰেয়া পিন্ধি হাজোতৰ পৰা কেছাৰীলৈ অহা-যোৱা কৰিব? কিমানদিন শাস্তিৰ কথা শুনিবলৈ বৈ থাকিব? আজি কালি তাৰ খবৰ কৰিবলৈ গাৱঁৰপৰা মানুহ প্ৰায়ে নহাই হৈছে। বৃন্দাবন ককাইদেউ অহাটোও কমিছে! দুমাহ চাৰি মাহৰ মূৰতহে আহে। বন্ধু অহাই নাই। তাৰো

বোলে বেমাৰ। উদ্‌ফাই। ঘৈণীয়েক মৰিল। সোমবাৰীৰ ওপৰতে এতিয়া ঘৰখন। সোমবাৰীৰ মাক মৰা খবৰটো পোৱাৰ পিছত তাৰ ঘনে ঘনে তাইলৈকো মনত পৰিছিল। ৰঘূলৈকো। লাহে লাহে গাওঁৰ খবৰো ভালকৈ নোপোৱা হৈ আহিছে। ভায়েকহঁতক বৰকৈ আহিবলৈ সিয়েই মানা কৰি দিছে। সিহঁতহালৰ মুখ দুখন দেখিলে তাৰ বুকুখন কেনেবা লাগে। সিহঁতহালক মাকৰ সতে নিঠৰুৱা কৰি পেলোৱাৰ বাবে তাৰ নিজৰ ওপৰতেই খং উঠে। তথাপি মাজে মাজে সিহঁত আহে। যেতিয়াই আহে তেতিয়াই কান্দেহি। সিহঁতৰ ওপৰত সি যিমান পাৰে সিমানেই বেপৰোৱা ভাব দেখুৱাবলৈ যতন কৰে। কেতিয়াবা নোৱাৰে। সিহঁতৰপৰাই জানিছিল-ন-ভাঙনিৰ ধান এটাও সিহঁতি নাপালে। সোপাকে লৈ গ'ল। কিছুমান চোৰেও নিলে। ন-ভাঙনিৰ ধান মুঠিৰ লোভেই তাক বলিয়া কৰিছিল। ন-ভাঙনিৰ ধান মুঠিৰ বাবেই সি দেহক মাটি, তেজক পানী কৰিছিল, ন-ভাঙনিৰ ধান মুঠিৰ বাবেই কানহাইয়াক মাৰি পেলাইছিল, ন-ভাঙনিৰ ধান মুঠিক লৈয়েই সি পাৰুলৰ লগত তাৰ এখন সংসাৰ—।

পাৰুলৰ কথা মনত পৰাৰ লগে লগেই তাৰ কাণ মূৰ গৰম হ'ল। কিবা এটা উত্তেজনাত সি শিঁয়ৰি উঠিল। শোকে খুন্দা মাৰি ধৰা যেন লাগিল। খেপিয়াই খেপিয়াই, নিজে ক'ব নোৱাৰাকৈ, সি পকা-মজিয়া-খনতে খামুচি ধৰিব খুজিলে। পিছে হাতৰ মুঠিয়ে মজিয়াৰ পকা খামুচি ধৰিব নোৱাৰিলে। তাৰ বৰ ভাগৰ লগা যেন লাগিল। ডিঙিটো যেন শুকাই গৈছে। পানী অকণমান পোৱা হলে! কিন্তু পানীয়েই বা পায় ক'ত? খুজিব লাগিব। কেটেৰা জেঙেৰা মাৰি কোনোবাই দিবও পাৰে, নিদিবও পাৰে। তাৰ লগত আৰু কেইবাটাও আছে। এতিয়া সিহঁতগালক কেনি লৈ গৈছে জানো! কেইবাটায়ো তাৰ লগত কথা পাতিবলৈ বিচাৰে। সি পিছে বৰকৈ একো নকয়। দুই এটা কথাৰ উত্তৰ দিয়ে, উপযাচি কাকো নামাতে। সিহঁতগালে ৰং-ৰহইচো মাজে মাজে কৰে। তাৰ পিছে সেইবোৰ কৰিবলৈ মন নাযায়। কাৰোবাৰ লগত কথা পতা দূৰৰে কথা, লোকৰ মাত শুনিবলৈকে তাৰ মন নোযোৱা অৱস্থা। এইখিনি

সময়, তাৰ অকলে থকা সময়খিনি, যিমানেই দীঘলীয়া হয় সিমানেই ভাল পায়।

জলঙা এটাইদি ৰ'দ এচেৰেঙা সোমাই আহিল। বেলি চাগে' লহিয়ালে। কেইমান বাজিল জানো! গৰুহালক বা ক'ত এৰাল দিছেগৈ। সময়মতে সিহঁতক পানী চুনি অকণ খুৱাইছে বা নাই। গৰুহালৰ কথা মনত পৰাৰ লগে লগেই তাৰ নাকত যেন গৰুহালৰ গোন্ধটো লাগিলহি। কজলাটো ৰাজমাইৰ পেটুৰ ঘৰৰপৰা লৈছিল। পিয়নচৰাৰ পিছতে চুকুৰি টকাত তাক পেটুৰ মাকে বেচি দিলে। সেইবাৰ পেটুয়ে মেট্রিক' দিয়াৰ কথা। 'ফৰম ফিলাপৰ' বাবে বোলে পইচা লাগে। বাৰী মানুহজনীয়েনো লাগ বুলিলেই এসোপা ধন পায় ক'ত? গৰু পোৱালীটোকে বেচি দিলে। সিয়ো "কলো ঢোকাতে, ঢোকাও কলতে ৰওক" বুলি ৰাখি থ'লে। চুকুৰি ধন সিও লাগ বুলিলেই উলিয়াই দিব পৰা বিধৰ নহয়। খৰাহাটতে সি পেটুৰ মাকক লগ পাইছিল। কথাই কথাই মানুহ গৰাকীয়ে ক'লে 'চুকুৰি মান পালে দমৰাটোকে বেচি দিলোহেঁতেন। পিছে পিয়ন চৰা চুদিনো হোৱা নাই। সেইটোকনো লয় কোনে?" প্ৰিয়নাথে বোলে, "ময়েই ল'ম মোকেই দিবা।" তাৰ পিছত টকা চুকুৰি বিচাৰি সিও কমখন ঘূৰিলেনে? টকানো কিহলৈ লাগে বুলি কোনোবাই সুধিলেও সি আচল কথাটো কোৱা নাছিল।, ভয়, জানোছা কথাটো ওলাই গ'লে কোনোবাই আৰু' সৰহ পইচা দিবলৈ আহে। বলধ একোটাৰ কম দামনে? বন্ধাই লোৱাৰ পিছত হেজাৰলৈকে উঠে। তিনি বছৰমান ৰলেই তেনেকুৱা কিমান চুকুৰি ওলাই যাব! সেই কাৰণেই কথাষাৰ আনৰ আগত মুলিয়াবলৈ পেটুৰ মাককো কৈ আহিল আৰু চুদিনৰ পিছতে অৰ্থাৎ অহাটো দেওবাৰেই তেওঁলোকৰ ঘৰ ওলাবগৈ বুলি কৈ আহিল। লগতে ইয়াকো ক'লে যে সি লগত চুকুৰি টকা লৈ যাব। এই চুকুৰি টকা বিচাৰিয়েই সি কেইবা-জোৱাৰ ওচৰত হাত পাতিলেগৈ। দহ টকা দেৱলাৰপৰাও ল'লে, কুৰি টকা দিলে বৃন্দাবন ককাইদেৱে, আৰু দহ টকা দিলে নবীন মাষ্টৰে। বৃন্দাবন ককাইদেউক ৰূপ ডেড়কুৰিৰ কথা কওঁতে নবীন মাষ্টৰো বহি আছিল। বৃন্দাবন ককাইদেৱে বোলে, "মোৰ হাতত কুৰি টকা মানহে আছে। লাগে যদি

তাকে লৈ যা, কাৰোবাৰপৰা আৰু দহ টকা ধাৰে ল'বি।" নবীন মাষ্টৰে বোলে, "তুই এদিনতে ঘূৰাই দিলে দহোটা টকা ময়েই দিব পাৰোঁ।" এই বুলিয়েই দহ টকাৰ নোট এখন ঘচকৈ জেপৰপৰা উলিয়াই দিলে। নবীন মাষ্টৰৰ লগত চিনাকি ভালেমান দিনৰেপৰা আছে যদিও এনেকৈ পা-পইচা ধাৰে ল'ব পৰাকৈ ওচৰ সম্বন্ধ নাছিল। গতিকে সি হাত মেমেলাকৈ ভালেমান সময় বৈ আছিল। বৃন্দাবন ককাইদেৱে বোলে, "ল, সোনকালে ঘূৰাই দিবি।" ল'লে। নবীন মাষ্টৰ হ'ল আৰু' পাকলৰ খুড়াক। সক জন। বৃন্দাবন ককাইদেউৰ লগত একেলগে একেখন স্কুলতে কাম কৰে। চকলিয়াৰপৰা বাইচাইকোল মাৰি আহে। বৃন্দাবন ককাইদেউৰ ঘৰতে তাৰ সতে চিনাকি। বাটে-ঘাটে দেখিলে মাত-বোল কৰে। তেওঁৰ ধাৰ সি সঁচাকৈয়ে দুদিনৰ পিছতে মাৰিলে। বৃন্দাবন ককাইদেউ আৰু দেৱলাৰ ধাৰ মাৰোতেহে এমাহমান লাগিল। ক'লাটো যেনিবা ঘৰৰে পোৱালি। ছুয়োটাৰে বৰ জোৰ মিলিলে। এই গৰুহালে তাক কম তৰাইছেনে? মাজতে দুবাৰমান গৰু নোহোৱাৰ বাবে লোকৰ হাল টানি ফুৰিব লগা হৈছিল। গৰুহালতে তাৰ জীৱনটো। মাকেনো তাক কেইদিন কৈছিল, "হেৰ গৰু হালতে লাগি আছ, নিজেনো কিবা এটা মুখত দি নলয় কিয়।" কাৰণ নিজে খোৱা-বোৱা কৰাৰ আগতে সি গৰু হালক দানা-পানী খুৱাই লৈছিল। মাকৰ কথাত সিও উত্তৰ দিছিল, "বৌতি অ', বোলে সৰাতকৈ ডাঙৰ হৰিৰ কথা, তাতোতকৈ ডাঙৰ চাউলৰ কথা। এই চাউল কথা এই হালৰ ওপৰতেই।" এতিয়া সি নথকাত চাগে' সেই হালৰো আলৈ-অথানি হ'ব। মনটো তাৰ বেয়া লাগিল। তাৰ দৰে গৰুহালনো এতিয়া কোনে চাব? হঠাৎ কিবা এটা হ'বলৈ হ'লে নিজৰ মাটিত ধান মুঠি কৰাৰ ভিকাচনো ভাগিব। অহাবাৰলৈ ক'লা জহা এডৰামান কৰাৰ হেঁপাহ তাৰ আছে।

অহা বছৰলৈ! সি যেন সম্বিত ঘূৰাই পালে। অহা বছৰতেই সি জানো ওলাই যাব পাৰিব। এতিয়াও তাৰ বিচাৰ হোৱা নাই। প্ৰায় ছমাহেই হৈ গ'ল। বিচাৰ হোৱৰ পিছতহে তাৰ শাস্তি হ'ব। হয় গোটেই জীৱন জেলত থাকিব লাগিব, নহয়—ফাঁচী হ'ব। সেইখন জগতলৈ সি জানো সহজে ঘূৰি যাব পাৰিব? দীঘল দুমুনিয়াহ এটা ওলাই আহিল, সি জানে, মানুহ মাৰি অহাজন ইমান সহজে জেলৰ পৰা ওলাই যাব নোৱাৰে। উকীলে

যিমানেই চেষ্টা নকৰক কিয় কমেও বাৰবছৰ সি জেল খাটিব লাগিব। কথাটো সি জানে। বানেশ্বৰ ককাইটিৰ কথা সি ক'ব পাৰে। গোলাপ পূজাৰীৰ ঘৰৰ হালোৱা আছিল বানেশ্বৰ ককাইটি। পূজাৰী বুঢ়াই চাকৰক বৰ কেটেৰা জেওেৰা কৰে। হালৰ সময়ত চেঁচা পানী এবাতি খাবলৈ আহিলেও খেং খেংকৈ ধৰে। বাণেশ্বৰ কাইটি নির্জু মানুহ। সহি থাকে। চাৰি কি পাঁচ বছৰ মানেই সেইখন ঘৰত হালোৱা হৈ থাকিল। মিঠা মুখৰ মাত এধাৰ কাহানিও নাপালে। তথাপি মুখেৰে নামাতে। এদিন ঘৈণীয়েকে চাহ লৈ আনিলে পথাৰলৈকে। পুৱা আঠমান বজাত চাহ জলপান দি গৈছিল। পিছে বানেশ্বৰ ককাইটিৰ বোলে পিয়াহ লুগুছিল। সেয়েহে ঘৈণীয়েকে এঘাৰ মান বজাত আৰু এবাৰ চাহ লৈ আহিল। চাহ বাতি মুখত দিওঁতেই ওলালেহি পূজাৰী বুঢা। তাক চাহ খোৱা দেখিয়েই বোলে, "হেৰ বানেশ্বৰ, মুতনি সোঁপাকে কিমান খাই থাক, বেলি এপৰ হলে হাল আনিবি, দহবাৰ চাহপানী খাবি আৰু বেলি মূৰৰ ওপৰ পালেহি কি নাই, হাল খুলিবৰ হৈয়েই যায়।" ঘপকৈ বানেশ্বৰ ককাইটিৰ মূৰটো গৰম হৈ গ'ল। নেলীয়া কটাৰীখন খোচনিতে আছিল। "কটা তোৰ জিভাখনকে আজি চেও চেও ক'ৰোঁ", বুলি ওপৰা ওপৰিকৈ পূজাৰীৰ মূৰত ঘপিয়াবলৈ ধৰিলে। ঘৈণীয়েকে ধৰিবলৈ যাওঁতে ঘৈণীয়েকৰ মূৰতো একোব দিলে। এটা হুলস্থুলীয়া কাণ্ড। ঘৈণীয়েকে তেজেৰে ৰঙা হৈ চিঞৰিবলৈ ধৰিলে। বানেশ্বৰ ককাইটিয়ে পূজাৰীক কুবিয়াই কুবিয়াই পেলাই দিলে। তাৰ পিছত চোঁচোৰাই পথাৰৰ বোকাত মুখখন ঠেকেছি পেলালে আৰু পূজাৰীৰ নিথৰ দেহাটোৰ ওপৰত প্ৰস্ৰাৱ কৰি দিলে। এই বানেশ্বৰ ককাইটিৰ ফাঁচী নহলে, কিন্তু যাবজ্জীৱন কাৰাদণ্ড হ'ল। ন-দহ বছৰমান হৈ গৈছে। বানেশ্বৰ ককাইটি কোনোবা জেলত এতিয়াও বন্দী হৈ আছে। সিয়ো তেনেকৈয়ে থাকিব লাগিব। যদি ফাঁচী হয় ভালেই, যদি ফাঁচী নহয় বছৰৰ পিছত বছৰ থাকিব লাগিব। সেই সময়লৈ তাৰ মাক হয়তো মৰি থাকিব। ভায়েক দুটাই বিয়া-বাৰু কৰাই নিজা নিজা ঘৰ সংসাৰ কৰিব। সি নেদেখাকৈয়ে মাক মৰিব, ভায়েকহঁত ডাঙৰ দীঘল হ'ব। গৰুহাল। সিমান দিনলৈ ক'ত জীয়াই থাকিব? তাৰ শিমলু তলৰ ন-ভাঙনি মাটিখিনি?

চন পৰি ৰ'ব। মৈ দি মিহি কৰা বোকাৰ বোৱনী পথাৰ, সেউজীয়া ধাননিৰ নাচোন, পকা ধাননিৰ মন বাউল কৰা গোন্ধ। এই সকলোবোৰ তাৰ চকুত জিলিকিল, এই সকলোৰে গোন্ধ তাৰ নাকত লাগিলহি। নাই নাই, সহিব নোৱাৰে। এনেকৈ সি জীয়াই থাকিবলৈ নিবিচাৰে। সি ঘপকৈ চিঞৰি দিলে, "মোক কাঁচী দিয়া" বেৰখনত সি মূৰটো খুন্দিয়াবলৈ ধৰিলে। চিপাহী এটা দৌৰি আহি চিঞৰি দিলেহি, "এই পাষণ্ড। বলিয়া হৈছ নেকি?" ভাগৰত সি ফোঁপাবলৈ ধৰিলে।

দিন গৈ আছে।

কেছাৰীলৈ প্ৰিয়নাথহঁতক নি থকা হৈছে।

বিচাৰ চলি আছে।

কাঠগড়াত উঠিছে।

গীতা চুই শপত খাইছে।

যি কৈছে সঁচাকে কৈছে।

একোটা একোটা অজুহাতত দিন পিছুৱাই আহিছে।

বৃন্দাবন ককাইদেউ মাজে মাজে আহে। ৰঘু মাজে মাজে আহে। মহৰী মাজে মাজে আহে, ভায়েক দুটা আহে, মাক আহে। প্ৰতিবাৰেই সকলোৰেই মনত ভয় ভয়, কি বা ৰায় দিয়ে। উকীলে তৰ্ক কৰে, তাৰ হৈ মাত মাতে। মনটো তাৰ ভাল লাগে। উকীলে তাৰ হৈ কথা কয়।

হাজোতত সি আৰু ভালেমানক লগ পাইছে। ৰফিকুলৰ লগত মনেৰেও মিলিছে। পাহুৱাল ডেকা। বয়সত তাৰ মানেই হ'ব। বছৰ ছমাহৰ সৰুৱেই হ'ব পাৰে। হৰকান্তও বেয়া নহয়। মানুহটোৰে কাক কেতিয়া কি কয় সেইটোহে ঠিক নাই। কথা ক'ব নাজানে। খৰংখচকৈ কৈ দিয়ে। বকুল বৰো আক' বৰ গহীন। যিহকে তিহকে কথা নিজেও নকয়, আনে ক'লেও বেয়া পায়। প্ৰিয়নাথে ভয় কৰে ধনী ৰামলৈ। হুজংজং। কালৈকো পৰোৱা নকৰে। সকলোকে গালি পাৰি দিয়ে।

ৰফিকুলক তাৰ বেছি ভাল লাগিছে। দেখনিয়াৰ ডেকা। লেখা-পঢ়াও আছে। কলেজ পঢ়িছিল বোলে। সেইহেন ল'ৰাটোৱেও মানুহ মাৰিলে। নিজৰ ভিনীহিয়েকক। বৰ ধন পইচা থকা মানুহ আছিল, খেতি মাটিয়েই বোলে ত্ৰিশ পুৰামান, 'ৰাইচ মিল' তেল পেৰা ঘানি, গুড় পেৰা সকলো ঘৰতে আছিল। ঘৰ নহয় যেনিবা প্ৰকাণ্ড টোল এটাহে। শিৱ-

সাগৰৰ মানুহ। শেখ চাহেব বুলিলে বোলে বুলিবৰ নাই। আচল নাম কিবা এটা প্ৰিয়নাথক কৈছিল, পাহৰিলে। শেখ চাহেবৰ আগৰফালৰ দুজনী ঘৈণীয়েক। ৰফিকুলৰ বায়েক তৃতীয়। সিহঁতৰ ঘৰৰ অৱস্থা বেয়া। বেয়া মানে একেবাৰে বেয়া। ৰফিকুল পৰিয়ালৰ সৰু ল'ৰা। তাৰ ওপৰত তিনিটা ল'ৰা, চাৰিজনী ছোৱালী। তিনিটা ল'ৰাৰ ডাঙৰটোৰ মগজুৰ বিকাৰ আছিল। তেজপুৰত চাৰি মাহ থকাৰ পিছত মৰি থাকিল। কত হেকিম লগালে, কিমান মৌলবীয়ে জৰা-ফুঁকা কৰিলে, একো লাভ নহ'ল। দ্বিতীয়টো কুকুৰে কাঁমুৰি মাৰিলে। ষোল্ল বছৰমান বয়স হৈছিল। তৃতীয়টোৱে বাগিচাত কাম কৰে। লৰী ড্ৰাইভাৰ। ক'বলৈ গ'লে সিয়েই ঘৰখন নাখাই মৰাৰপৰা বচালে। তাকো কলেজ পোৱালেগৈ। পিছে বিয়া-বাৰু কৰাৰ পিছত তাৰ নিজে চলাই অসুবিধা হ'লগৈ। আগৰ নিচিনাকৈ চাব নোৱাৰে। তথাপি মাজে-সময়ে সিয়েই পা-পইচা দিয়েছি। ঈদৰ সময়ত পৰিয়াল লৈ ঘৰলৈকো আহিল। ছোৱালী কেইজনীৰ ডাঙৰজনী নামতিৰ ফালে দিছে। পেটে-ভাতে খাই আছে। ল'ৰা-ছোৱালী চাৰিটা, দ্বিতীয়জনীক দিছে নাজিৰালৈ। গিৰিয়েক কম্পাউণ্ডাৰ। অৱস্থা বেয়া নহয়। তৃতীয়জনীয়েই হ'ল শেখৰ ঘৈণীয়েক। ৰফিকুলৰ পিছৰজনী ছোৱালী। উঠি আছে। বিয়া দিয়া নাই। শেখৰ ঘৈণীয়েকৰ নাম জেৰিফা। বৰ ধুনীয়া বোলে। শেখতকৈ বয়সত একুৰি পাচবছৰ মান সৰু। "আব্বাজানে কি দেখি নাজানো, বাইটিক সেইটোলৈ দিলে। আগৰ দুজনী ঘৈণীয়েক আছিলেই। বৰজনী মৰিল। মানুহে কয় শেখে মৰিয়াই মাৰিলে। মাৰি পুতি থ'লে। মাত মাতোতা কোনো নোলাল। দ্বিতীয়জনীক তালাক দিলে। ল'ৰা-ছোৱালী, দুয়োজনীৰে লগ লগাই, এঘাৰটা। মই তেতিয়া স্কুলৰ ল'ৰা। মই কথাটো বৰ বেয়া পাইছিলোঁ। আব্বাজানক দেখিবলৈ মন নোযোৱা হৈছিল। আম্মাই বৰ কান্দিছিল। কেৱল ধন দেখিয়েই জেৰিফা বাইটিক তালৈ বিয়া দিলে। বিয়াৰ চাৰি মাহ মান ভালেই আছিল, তাৰ পিছত বাইটিক মাৰ-পিট কৰিবলৈ ধৰিলে। আমি গ'লেও আমাৰ লগত বাইটিক কথা পাতিবলৈ নিদিয়ে। এদিন সেই

দিবৈ—১০

পাত্ত নথকাত গৈছিলোঁ। বাইটিয়ে মোক ধৰি কান্দিলে। তাইৰ পিঠিখন সেৰাসেৰ হৈ আছে। ক'লা পৰি আছে। তেজ মৰিছিল। গাৰ বিষত মানুহজনী তেনেই বেঁকা হৈ আছিল। দেখিয়েই মোৰ গা-মূৰ গৰম হৈ গৈছিল। ভিনীহিক এসেকা দিবলৈ মনটোৱে তহতহাইছিল। আম্মাই বাইটিক গা বেয়া অৱস্থাত ঘৰলৈ আনিব খুজিছিল। নিদিলে। বাইটিৰ গাত তেতিয়া সাত মাহ। এদিন ৰাতিপুৱা হঠাৎ বাইটি আহি আমাৰ ঘৰ ওলালহি। আমি তেতিয়া শুয়েই উঠা নাছিলোঁ। আম্মাহে উঠিছিল। তেনেকৈ অহা দেখি আম্মাই ভয় খাই আমাক জগালে। বাইটিৰ মুখত কথা নাই, কেৱল কান্দোন। বহুত সময়ৰ পিছতহে বাইটিয়ে ক'লে যে আগৰাতি তাইক মাৰ-পিট কৰি গোহালিত বান্ধি হৈছিল। তালাক দিব বুলি কৈছিল। কাৰণ, সি আমাৰ ওচৰৰে ঘাজী মিঞাৰ ওঠৰ বছৰীয়া মানৰ ছোৱালীজনীক বিয়া কৰাবলৈ ঠিক কৰিছিল। ঘাজী মিঞা মৈমন-সিঙিয়া মানুহ। আমাৰ লগত নিমিলে। সি বৰ উলাহেৰে ছোৱালী-জনী শেখলৈ আগবঢাই দিছিল! চকুত লগা ছোৱালী। ঘাজী মিঞাৰ অৱস্থা আমাতকৈও বেয়া। গোটেই জীৱনটোতে কিজানি দিনটোত দুসাজ ভাত খোৱাৰ কথা সি মনত পেলাব নোৱাৰে। তেনেস্থলত শেখে ছোৱালী-জনী নিম বোলাত সোলাৰ মুখত মাখি পৰাৰ নিচিনা হ'ল। বাইটিয়ে আপত্তি কৰিলে। ৰাইজ মাতিব বুলি ক'লে। মোল্লা চাহেবক ক'ব বুলি ক'লে। মোল্লা চাহেবলৈ শেখে অলপ ভয় কৰে। ৰাইজে মোল্লা চাহেবৰ কথা শুনে। মোল্লা চাহেবক ক'ম বুলি কোৱাত বাইটিৰ ওপৰত খং। বাইটিৰ অৱস্থাটো দেখি মই সহিবলৈ টান পালোঁ। গা কট্‌কটাবলৈ ধৰিলে। তথাপি সহিলোঁ। আব্বাজান আম্মাজানে আক' বঢ়াই বুজাই বাইটিক ঘূৰি যাবলৈ সৈমান কৰালে। আব্বাজানে নিজেই গৈ বাইটিক থৈ আহিবলৈ ওলালে। বাইটি ভয়ে ভয়ে গ'ল। পিছে পদূলি মুখ পাওঁতেই শেখে ৰুদ্ৰ মূৰ্ত্তি ধৰি খেদা মাৰি আহিল বাইটিক মাৰিবলৈ। হাতত ফলা বাঁহ এছলা। আব্বাজানেনো কেনেকৈ চাই থাকিব? আগবাঢ়ি গ'ল। সি পাষণ্ডই আব্বাজানকে গোৰ মাৰি খালত পেলাই দিলে। বাইটিকো উধাই মুধাই গৰু মৰিৱা দি মৰিয়ালে। যেই কথাষাৰ শুনিলোঁ, মই

আৰু বৈ থাকিব নোৱাৰিলোঁ। চুৰি এখন লৈ সেইখিনি পালোঁগৈ আৰু ছল বুজি চুৰিখন শেখৰ বুকুতে সুমুৱাই দিলোঁ। তাৰ পিছত এয়া, হাজোতত।"

ৰফিকুলে প্ৰিয়নাথক তাৰ গোটেই কাহিনী কৈছিল। সি তাৰ কথা আৰু বহুত কিবা কিবিয়েই কৈছিল। এই ৰফিকুলটোলৈ প্ৰিয়নাথৰ কিবা এটা বেথা লাগিছে। সিও তাৰ কথাবোৰ ৰফিকুলৰ আগত কৈছে। সিনো কিয় নকৰিবলগীয়া কাম এটা কৰিলে তাকো কৈছে। ৰফিকুলে তাক কৈছিল, "তুমি মাৰিম বুলি ঠাণ্ডা মগজেৰে মানুহ মৰা নাছিলা। মই পিছে মাৰিম বুলিয়েই চুৰি লৈ গৈছিলোঁ। মোৰ চাজা বেছি হ'ব।"

কাৰ কি চাজা হয় প্ৰিয়নাথে সেই কথা ভবা নাই, কিন্তু কিবা এটা হেস্ত-নেস্ত হৈ যাব লাগে। এনেকৈ হাজোতত থাকি থাকি ভাল লগা নাই? চাওঁতে চাওঁতে ডেৰ বছৰমানেই হৈ গ'ল। আৰু কিমান দিন ৰ'ব লাগিব ঠিক নাই। ৰফিকুলক নোপোৱা হ'লে যে সি কেনেকৈ সময় কটালেহেঁতেন। আজি কালি গাঁৱৰ মানুহ কম আহে। কেছৰ তাৰিখ পৰিলেহে বৃন্দাবন ককাইদেউ আহে। বৃন্দাবন ককাইদেউৰপৰাই সি পাৰুলৰ বিয়াৰ কথা গম পালে। প্ৰদীপৰ লগত তাইৰ বিয়া হৈ গ'ল। প্ৰদীপ চাকৰিত সোমাল। বেলেগ জেগাত থাকে। পাৰুলকো লগতে ৰাখিছে, গাৱঁৰ ঘৰত ৰখা নাই। প্ৰদীপলৈ তাৰ হিংসা হয়। বুকুখন বিষোৱা যেন লাগে। সকলো সময়তে তাৰ পাৰুললৈ মনত পৰে। নিজকে বুজাবলৈ চেষ্টা কৰিও সি বুজাব নোৱাৰে। তাৰ এবাৰ তাইক চাবলৈ মন যায়। ৰফিকুলৰ আগত সি সেই কথা কৈছে। পাৰুলৰ নামটো কোৱা নাই মাথোন। পাৰুল এতিয়া লোকৰ পাটীৰ তিৰোতা, সেইবাবে তাইৰ কথা মনলৈ আনিব নাপায়। সেইদৰেও সি তাৰ মনক বুজাবলৈ চেষ্টা কৰিছে। পৰা নাই। এবাৰ তাইক চাবলৈ তাৰ মনটো ব্যাকুল হৈ পৰিছে। দুৰৈৰ পৰা চাবলৈ পালেও হ'ব। এবাৰ যদি তাই তাৰ ওচৰলৈ তাক মাত এষাৰ লগাবলৈ আহিলহেঁতেন। ৰফিকুলক সি তাইৰ কথা কওঁতে ক'ব নোৱাৰাকৈয়ে চকু পানী ওলাইছিল। ন-ভাঙনিত ঘৰ কৰাৰ সপোন দেখা মানুহটো এয়া হাজোতত। কিজানি ফাঁচীৰ আদেশ শুনাবলৈকে

ইমান দিনে খুৱাই বুৱাই ৰাখিছে। তাক যদি কোনোবাই কাঁচীৰ আগতে শেষ ইচ্ছা কি আছে বুলি সোধে, সি কৈ দিব—ভাইকেইটাৰ সতে বৌতিক আৰু পাকলক চাব খোজে। তাৰ কথা শুনি ৰফিকুলে কৈছিল, "আল্লাই তোমাৰ মনৰ আশা পূৰণ কৰিব; তুমি ভালপোৱা ছোৱালীজনীক তুমি নিশ্চয় এবাৰ চাবলৈ পাবা। তুমি তাইক খুব ভালপোৱা নহয় ?"

—তোমাক মই কেনেকৈ বুজাম ৰফিকুল, হিয়া উজাৰি ভাল পাওঁ।

'ককাইটি অ' ককাইটি উঠাচোন।' মূৰে গায়ে কাপোৰ লৈ শুই থকা প্ৰিয়নাথক ৰফিকুলে হেঁচুকি দিলে। যোৱা দুদিন ধৰি প্ৰিয়নাথৰ গাটো বেয়া। জ্বৰ, গা বিষ। ডাক্তৰে চাই গৈছেহি। খাবলৈ 'পিলো' দিছে। আজি দহ বজাত প্ৰিয়নাথ কেছাৰীলৈ যাব লাগে। কোন মুহূৰ্ত্তত চিপাহী আহে একো ঠিক নাই। প্ৰিয়নাথে গা মুৰি দিলে।

'উঠা আক' ককাইটি' ৰফিকুলে আক' মাতিলে। প্ৰিয়নাথে ৰফিকুলৰ মুখলৈ চালে। "আজি কেছাৰীলৈ নিব নহয়। কেছ নাই জানো? চিপাহী আহেহে লাগে। আঠ বজাৰ ঘণ্টা কোন কাহানিতে মাৰিলে," প্ৰিয়নাথে ৰফিকুলৰ চকুলৈকে একেথৰে চাই থাকিল। যোৱা নিশা বহুত সময়লৈকে তাৰ টোপনি ধৰা নাছিল। পুলিচে কোনোবা এটাক ধৰি আনি তাৰ চকুৰ আগতেই বৰকৈ মাৰ-পিট কৰিলে। কোন মানুহ, কি কথাৰ বাবে এনেকৈ, শাস্তি দিলে নাজানে। মানুহটোৱে এনেকৈ দেদাউৰিয়াইছিল যে তাৰ বুকুখন ফাটি যোৱা যোৱা যেন হৈছিল। বুটজোতাৰ গোৰ, আঙুলিৰ গাঠিত টাঙোনৰ কোব, শেষলৈ এনেদৰে গেঙাইছিল যে সি আৰু সহি থাকিব নোৱাৰিলে। কৰযোৰে পুলিচক ক'লে, "দেউতাসকল সিও তেজ-মঙহৰ মানুহ, এনেকৈ গোটেইজাকে ধৰি শাস্তি দিলে মৰি থাকিব।" এইবুলি সি চিপাহী এজনৰ কাষ চাপি যাওঁতেই তাকো গোৰ মাৰি দিলে। প্ৰিয়নাথ কৰ্ফ'াল খাই পৰিল। নাকৰ পৰা তেজ ওলাই গ'ল। কপালতো দুখ পালে, ৰফিকুল সেই সময়ত ওচৰত নাছিল। এঘণ্টামান সময়ৰ পিছতহে সি আহি দেখিলেহি। সিও মনটো মাৰি পেলালে। মাৰ সিও খাইছিল। পুলিচৰ বুটজোতাৰ গোৰৰ দাগ তাৰো গাত এতিয়াও আছে।

"মোৰ মুখৰ ফালে কি চাই আছা ককাইটি, উঠা আক"—ৰফিকুলে ক'লে।

—গাটো বিষাইছে।

—এৰা নাকটোও উখহি আছে।

—একেবাৰে মাৰিকে পেলোৱা হ'লে ভাল আছিল। জেলাত ভুগি আৰু কিমান থাকিম অ' ৰফিকুল।

—নচিবত যি লেখা আছে ক'ত যাব ককাইটি। কোনোবা কালৰ গুণাহৰ ফল পাইছোঁ।

—জানি বুজি একো পাপ কৰা নাই। আজি কালি মই বুজি নোপোৱা হৈ গৈছোঁ, পাপনো কি, পুণ্যনো কি? যিবিলাকে পাপ কৰিছে সেই বিলাকে দেখোন দোপত দোপে উঠি যায়, আমি গুড়ি পৰুৱাটোৰো অনিষ্ট নহওক বুলি ভাবোতে গুণোতে ঈশ্বৰে ৰাম টাঙোনডাল আমাৰ মূৰতহে সোধায়।

ৰফিকুলে প্ৰিয়নাথৰ কথা কেইটা মুশুনিলে। তাৰ মুখলৈহে চাই থাকিল। বৰ নিশকটীয়া যেন লাগিল। প্ৰথম লগ পোৱাৰপৰা এতিয়ালৈকে মানুহটোৰ দেহৰ ভালেমান সলনি হ'ল।

"তয়ো দেখোন মোৰ মুখৰ ফালে ৰ লাগি চাই আছ, হ'ল কি?" প্ৰিয়নাথে সুধিলে।

প্ৰিয়নাথৰ কথাতহে ৰফিকুলৰ সম্বিত ঘূৰি আহিল। সি কি ক'ব কি নক'ব ভাবি থাকোতেই প্ৰিয়নাথে আৰু ক'লে, "তোৰ মুখখন দেখিলে কিয় জানো মোৰ বুকুখন ফাটি যোৱা যেন লাগে। বয়সত তই কিজানি মোৰ সৰু ভাইটোৰ সমানহে হ'বি। গোটেই জীৱনটো লাং লাংকৈ পৰি আছে। আদ বয়সতে জেললৈ আহিলি।"

"মই কাবৌ কৰিছোঁ ককাইটি," ৰফিকুলে ক'লে—"সেইবোৰ কথা নকবা, গা-মূৰ বেয়া লাগি যায়। এটা অৱশ্যে ভাল কাম কৰিলোঁ। জীৱনত কিজানি এইটোৱেই সকলোতকৈ ভাল কাম কৰিলোঁ, এটা, জানোৱাৰক বধিলোঁ, মোৰ ভিনীহি সঁচাকৈয়ে এটা জানোৱাৰ আছিল। সি জীয়াই থকা হ'লে জেৰিফা বাইটিৰ নিচিনাকে আৰু বহুতৰে মূৰ খালেহেঁতেন। হাৰামজাদা এটাক মাৰি মই বহুতকে বচাই দিলোঁ। বেয়া কাম কাৰলোঁ নেকি?"

"মোৰ ফালৰপৰা ময়ো বেয়া কাম কৰা নাছিলোঁ," প্ৰিয়নাথেও কৈ গ'ল, "ময়ো নিমখ হাৰাম চোৰ এটাক ঠেকেচি মাৰি পেলালোঁ। কি বেয়া কাম কৰিলোঁ মই ?

—কিন্তু আইনমতে আমি বেয়া কাম কৰিলোঁ।

—আইনৰ কথা ভাবি মানুহৰ খং-ৰাগ নুঠে বুজিছ। মোক কচোন পুলিচে জধে-মধে মাৰপিট কৰিব লাগে বুলি কোন আইনত আছে ? আছে ক'ৰবাত ?

—মই সিমানবোৰ কথা নাজানো।

—নাই, কোনো আইনত নাই। পুলিচে বেয়া মানুহ ধৰিব পাৰে, আইনমতে বিচাৰ হ'ব, হাকিমে যুক্তিৰে বিচাৰ কৰি শাস্তি দিব। কিন্তু পুলিচে বিচাৰ নকৰাকৈ শাস্তি দিযে। আইন অকল আমালৈহে নেকি ?

—এতিয়া এইবিলাক কথা পাতি থকাৰ সময় নহয় ককাইটি, উঠা, শুই থকা গম পালে চিপাহীৰ টাঙোনৰ কোব পৰিবহি।

—মোৰ যে গা বেয়া পুলিচে জানে।

—কিন্তু কেছাৰীলৈ তোমাক নিবহিয়েই দেখোন।

এৰা, হালৰ গৰু সাঙুৰি নিয়াদি কেছাৰিলৈ নিব। এই কথাটো প্ৰথমতে সি বৰ বেয়া পাইছিল, লাজ লাগিছিল, খং উঠিছিল। পিছে এতিয়া সহজ হৈ গ'ল। হাজোতত থকালৈকে কেছাৰিলৈ অহা-যোৱা কৰিব লাগিব। কঁকালত ৰছি বান্ধি নিব, হাতত হাত কেৰেয়া বান্ধি নিব। সেইটোৱেই নিয়ম।

প্ৰিয়নাথ লাহেকৈ উঠিল। ৰফিকুলে দেখিলে প্ৰিয়নাথৰ পিন্ধা কাপোৰত তেজৰ দাগ। সি হুমুনিয়াহ কাঢ়িলে। ঠিক সেই সময়তে চিপাহীৰ ডাক পৰিল। সি ঘপকৈ বিছনা এৰি তুংখোজমান আগবাঢ়ি যাব খুজিলে। কিন্তু যাব লগা নহ'ল। চিপাহীয়ে তাক কেছাৰিলৈ যাবলৈ সাজু হ'বলৈ কৈ গুছি গ'ল।

"আজি বা হাকিম আছে নে নাই।" ৰফিকুলে ক'লে।

—আজি হাকিম নাই, পৰহিলৈ হাকিম থাকিব, গোচৰীয়া নাই, উকীলে বেলেগ তাৰিখ বিচাৰি দৰ্খাস্ত কৰিব। এনেকৈয়ে হোহোঁকা-পিচলা চলি আছে, চলি থাকিব। কথা এটা ভাবিছোঁ বুজিছ ৰফিকুল।

—কি কথা ?

—আজি যদি হাকিম থাকে, তেনেহলে কৈ দিম বোলো ধৰ্মাৱতাৰ, বিচাৰ-খোচাৰ কৰি মোৰ সাত জনমৰ চৰিত পুথি শুনিব নালাগে। মানুহ মাৰি দোষ কৰিছোঁ। ফাটেক দিয়ে, ফাঁচী দিয়ে যি দিয়ে সোনকালে দি লেঠা মাৰি দিয়ক। এনেকৈ মোৰো মনত শান্তি নিদিব, ঘৰখনৰ প্ৰাণীকেইটাৰো লটি ঘটি নকৰিব।

—শুনা ককাইটি, ঘপকৈ কিবা এটা কৈ লেঠা বঢ়াই নল'বা।

—বেলেগ আৰু কি লেঠা লাগিব অ' ৰফিকুল। দুখীয়া হৈ লেঠা লগালোঁ, হালোৱা হৈ লেঠা লগালোঁ, শেষত মানুহ মাৰিও লেঠা লগালোঁ। ইয়াৰ পিছত বেলেগ লেঠা আৰু কি থাকিব পাৰে। কিবা ক'লে কৈ দিম—এইখন আক' কি আইন, মৰিব খুজিলেও দোষ।

ৰফিকুলে একো উত্তৰ নিদিলে। প্ৰিয়নাথৰ মুখলৈকে চাই থাকিল।

চিপাহী আহি প্ৰিয়নাথক মাতিলেহি। প্ৰিয়নাথ দুখোজমান আহি হামথুৰি খাই পৰিব খুজিলে। ৰফিকুলে থাপ মাৰি ধৰিলেগৈ। প্ৰিয়নাথৰ গাত জ্বৰ থকা যেন লাগিল। কপালত হাত দি চালে তপত।

—ককাইটিৰ গাত জ্বৰ আছে। চিপাহীক উদ্দেশ্য কৰি ৰফিকুলে ক'লে।

—জ্বৰেই থাওক বা খৰেই থাওক, আজি তাৰিখ পৰিছে যাবই লাগিব।

—যাম যাম, কিয় নাযাম ? তই চিন্তা নকৰিবি ৰফিকুল, সংসাৰৰ ভোগ ভুগিবলৈকে আমি জীয়াই থাকিব লাগিব। আমাৰ হাতত ঈশ্বৰ মৰিব আমি কিন্তু নমৰোঁ।

প্ৰিয়নাথৰ দেহ-মন তিতা-কেহাঁৰে ভৰি যে গৈছে তাৰ মুখত সেই কথা ওলাই পৰিছে।

প্ৰিয়নাথ লাহে লাহে ওলাই গ'ল।

বিচাৰ চলি থকা এজাকৰ লগত প্ৰিয়নাথো গৈ থাকিল। প্ৰথমে সি এইদৰে হাজোতৰ পৰা কেছাৰিলৈ যাওঁতে ইফালে সিফালে নোচোৱাকৈ তললৈমুৰ কৰি গৈছিল। আজি কালি সেই লাজ নায়েই বৰং কেতিয়াবা কেতিয়াবা হাঁহি-খিকিন্দালি মাৰিহে যায়। লোকেশ্বৰ ডাৰোগা লগত থাকিলে বিড়িও জ্বলাই যায়। লোকেশ্বৰ ডাৰোগা অলপ বেলেগ ধৰণৰ।

দেখাত থুলন্তৰ পুৰুষ। শকত মোচহালো ভাঙৰ। দেখিলেই প্ৰথমে ভয় লাগে। পিছে তেনেকুৱা ভয় লাগিব লগা মানুহ নহয়। কাকো সহজে মাৰ-পিট নকৰে। সিহঁতৰ লগত হাজোতৰপৰা কেছাৰিলৈ আহি থাকোতে লোকেশ্বৰ ডাৰোগাই যিহে ফুচুৰি কথা কৈ আহে। সিহঁতক মৰম কৰি কৰি নিজেই জেপৰপৰা বিড়ি উলিয়াই দিয়ে।

গৈ থাকোতে বাটত কোনোবা এটাই সুধিলে—হয়নে ডাৰোগা বাবু, আমাৰ হাকিম বোলে আজিও নাই?

—হেৰ হাকিম আছে নাই সেইযেৰা কথা তহঁতক কেলেই? তহঁতৰ কাম হ'ল 'যোৱা' আমাৰ কাম হ'ল নিয়া, আৰু হাকিমৰ কাম হ'ল 'যোৱা।

—যোৱা মানে?

—'আজি আৰু যোৱা, আন তাৰিখ দিয়া'।

—সোনকালে বিচাৰ এটা হৈ বায় এটা হ'ব লাগে, এনেকৈ ভাল লগা নাই।

—দুখ নকৰিবি ঐ বোপাইহঁত। কতই জীয়াই থকা কালত বায় শুনিবলৈকে নাপায়। অৱশ্যে সৌটোৰ নিচিনা, সেই প্ৰিয়নাথ বোলাটোৰ কথা কৈছোঁ, তাৰ নিচিনা মানুহ মৰা কেছ হ'লে চাৰি-পাঁচ বছৰৰ ভিতৰতে হেস্ত-নেস্ত হৈ যায়। হেৰৌ প্ৰিয়, তোকতো মই এই দুই তিনি বছৰ দেখিলোঁৱেই, বেয়াটো দেখা নাই। নৰম মগজৰ মানুহ যেনেই লাগেচোন, তইনো বাৰু একেবাৰে খুন কৰি পেলোৱাৰ নিচিনা কাম কৰিব পাৰনে?

লোকেশ্বৰ ডাৰোগাৰ প্ৰশ্নৰ উত্তৰ প্ৰিয়নাথে নিদিলে। তলমূৰকৈ সি গৈ থাকিল। কানহাইয়াক সি কিয় মৰি যোৱাকৈ মাৰি পেলালে সেই কথাৰ উত্তৰ সি নিজেই নিজকো দিব নোৱাৰে। লোকেশ্বৰ ডাৰোগাই এই কথা কেইবাদিনো তাক সুধিছে, সিও কোনোদিনেই কথাৰ উত্তৰ দিব পৰা নাই। এতিয়ালৈ ডাৰোগাই তাৰপৰা উত্তৰৰ আশাও নকৰে কিজানি। কেৱল সুধিব লাগে সোধে।

কেছাৰীৰ সন্মুখতে হাট বহে। নাজিৰা, হাইঁচ'ৰা, কুজি বাগি, আনকি চেপন, মৰাণৰপৰাও মানুহ আহে। দেওবাৰে বিশেষকৈ ডাঙৰ হাট

হয়। আন আনবাৰত তেনেকৈ দূৰৰ মানুহ নাহে। কেছাৰীলৈ অহা মানুহেই কেছাৰীৰ খৰছ উলিয়াবলৈকে তামোল-পান, কল-নাৰিকল বা শাক-পাচলি অলপ লৈ আহে। মুঠতে বেপাৰীক বেছি কেছাৰীৰ খৰছ বা হাত খৰছ উলিয়ায়। এই হাটৰ ওচৰ পালেই প্ৰিয়নাথৰ ভালেমান কথা মনত পৰে। এইখন হাটলৈ সি বহুতবাৰ আহিছে। বেপাৰ কৰিছেহি। আৰু নাচাওঁ বুলি প্ৰিয়নাথে এবাৰ মূৰ দাঙি পুনু মিঞাৰ দোকানখনৰ ফালে চালে। আছে, পুনু মিঞা আজিও দোকান লৈ বহি আছে। পুনু মিঞাৰ লগত তাৰ ভাল সম্বন্ধই হৈছিল। বাকীকৈও সি পুনু মিঞাৰ দোকানৰপৰা বয়-বস্তু নিছিল। পাৰুললৈ বুলি 'কিলিপ', 'টাৰ্চেল', গোন্ধ তেলৰ বটল, আৰু তেৰ-টকা চাৰি অনা দি এবাৰ এযোৰ কাণফুলিও নিছিল। পুনু মিঞাই পিছলৈ নিজেই বস্তু বাছি দিছিল। হাঁহি মাৰি পাৰুলৰ বিষয়ে সুধিছিল। মানে লাহে লাহে পুনু মিঞাক সি ভালেখিনি কথাকেই কৈ পেলাইছিল। পুনু মিঞাই বাৰু তাৰ কথা ইমানদিনে নভবাকৈ আছেনে? কিমান দিন যে তাৰ দোকানলৈ যোৱা নাই। অথচ সপ্তাহত দুদিন মানেই সি পুনু মিঞাৰ দোকানৰ ওচৰলৈ আহি গৈ আছিল। পুনু মিঞাই নিশ্চয় নাজানে যে সি বৰ ওচৰত থাকিও বহুত আঁতৰি আছে। ধেমালি কৰি পুনু মিঞাই এদিন কৈছিল "বিয়াৰ পিছত এবাৰ লৈ আহিবা। মোৰ দোকান দেখুৱাই নিবাহি। মই এটা বেলেগ বস্তু "প্ৰেজেণ্ট" দিম। পুনু মিঞাৰ কথাত প্ৰিয়নাথে লাজ লাজকৈ হাঁহিছিল। এতিয়াও তাৰ হাঁহি ওলাই গৈছিল কথাষাৰ ভাবিয়েই। পিছ মুহূৰ্ত্ততে সি বুজি উঠিল যে এই জীৱনত পাৰুলৰ সতে পুনু মিঞাৰ দোকানলৈ তাৰ আৰু অহা নহ'ব।

## ৰাইশ

ভাৰতীয় দণ্ডবিধি আইনমতে ৩০৪ ধাৰাত প্ৰিয়নাথৰ দহ বছৰ সশ্ৰম কাৰাদণ্ড হ'ল। ৰায় দিবৰ দিনা বৃন্দাবন ককাইদেউৰ লগত তাৰ মাক আৰু ভায়েক দুটাও আহিছিল, ৰবি আৰু সোমবাৰীও আহিছিল। উকীলে হেনো বেছ যুঁজ-বাগৰ কৰিলে হাকিমৰ লগত। নহ'লে ফাঁচীয়েই হৈ গ'লহেতেন। ৰায় শুনি মাকে যেতিয়া হাও-হাওকৈ কান্দিবলৈ ধৰিলে তেতিয়া বৃন্দাবন ককাইদেৱে মাকক এইবিলাক কথা বুজাইছিল। উকীলে বোলে প্ৰমাণ কৰিলে যে কানহাইয়াক সি মাৰি পেলাওঁ বুলি মাৰি পেলোৱা নাই। এলা-পাকতে গোটেই ঘটনাটো ঘটি গ'ল। সেয়েহে ফাঁচী হ'ব নোৱাৰে। যা হওক প্ৰিয়নাথ জীয়াই থাকিব, ঈশ্বৰে কৰিলে এদিন জেলৰপৰা ওলায়ো আহিব। দহবছৰহে। বছৰটোনো কি, কাটিকুটা কৰোঁতেই পাৰ হৈ যাব। গতিকে কন্দা-কটা কৰিব নালাগে।····

ৰায় শুনাৰ পিছত প্ৰিয়নাথ অলপ সময় তভক মাৰি থাকিল। তাৰ পিছত মাকৰ ওচৰলৈ আহি ভৰি দুটাত গবা মাৰি ধৰিলে। বুঢ়ীয়ে স্থান কাল পাহৰি পুতেকক বুকুত সুমুৱাই লৈ কণা বিধাতাক সপি হুৰাছুৰে কান্দিলে। দুয়োটা ভায়েকেও তাক সাৱটি ধৰিলে। সিহঁতৰ মুখকেইখনলৈ চোৱাৰ শকতি প্ৰিয়নাথৰ নহ'ল। তলমূৰকৈয়ে থাকি কোনোমতে মাথোন ক'লে বৌতিক দুখ নিদিবি। তহঁতি পঢ়া-শুনা ··· কথা কেইটা সম্পূৰ্ণকৈ নোলাল। সি ক'ব খুজিছিল তহঁতৰ পঢ়া শুনা শেষ নহ'ল। আধা খনীয়া হৈ থাকিল। পিছে কথা সি ক'ব নোৱাৰিলে। বুকুখনত শেল মাৰি ধৰাদি ধৰিলে। বৃন্দাবনক ক'লে—ঘৰখন চাবা, ৰবি আৰু সোমবাৰীকো সেই কথাকে ক'লে। সোমবাৰীয়ে দেখদেখকৈ কান্দি দিলে। প্ৰিয়নাথে সিহঁতকো ক'ব খুজিছিল আমাৰ ঘৰখনলৈ চকু ৰাখিবি। কিন্তু একো ক'ব নোৱাৰিলে। পুলিচেও লৰালৰি লগালে। তাক আতঁৰাই নিলে। সি ভালেমান দূৰলৈকে মাকৰ কান্দোন শুনি আছিল।

পুলিচ ভানখনত উঠিবলৈ বুলি আহি থাকোতে ছুনলমান আঁতৰৰপৰাই প্ৰিয়নাথে দেখিলে দেৱলাক। প্ৰথমে প্ৰিয়নাথে যেন নিজৰ চকুকেই বিশ্বাস নকৰিব। দেৱলা কাষ চাপি আহিল। প্ৰিয়নাথৰ হাতত তেতিয়া হেণ্ড কাফ। ছুকাষে ছুটা চিপাহী।

—দেৱলা। তই কাৰ লগত আহিলি?

—অকলে

—অকলে আহিলি?

—খবৰ পালোঁ ৰৰবৌহঁত আহিছে বুলি, আজি বোলে তোৰ বিচাৰ শেষ, প্ৰদীপক পালোঁ। সি মোক বাছত তুলি দিলেহি। থাওবাত উঠিলোঁহি। ইয়াত আহিহে পেপুৱা লাগিলোঁ। ক'লৈ যাম, কি কৰিম উৱাদিহ নাপালোঁ, তেনেতে আঁতৰৰপৰা দেখিলোঁ সোমবাৰীক, সেই বাৰাণ্ডাত। তাৰ পিছত তাইক নেদেখা হ'লো, ভাবিলোঁ তাই ওলাই আহিবই। ইয়াতে বৈ থাকোঁ। পিছে দেখিলোঁ—

—আমাৰ ঘৰখনলৈ চকু ৰাখিবি। মোৰ পাপত সকলো ডুবিলে। দহ বছৰৰ জেল হৈছে।

আৰু কিবা ক'ব খুজিছিলে। পিছে চিপাহী ছুটাই ভোৰভোৰাই উঠিল। বোলে, "এনেকৈ বাটে বাটে জ্ঞাতি-কুটুম বিচাৰি ফুৰিলে আমাৰ ফালেও আধ্যা পৰিব।" এটাই সুধিলে, "সেইজনী ঘৈণীয়েৰ নেকি? তেনেহলে কিবা কথা পাতিবলগীয়া আছে যদি পাতি ল', আমি বাৰু সুশুনো।" প্ৰিয়নাথৰ কাণ-মূৰ গৰম হৈ গৈছিল। এই জহনীত যোৱাপালে ভালকৈ কথা এষাৰো ক'ব নাজানে। কেৱল লেব্ লেবাই থাকিব। "যা গৈ দেৱলা, বৌতিক লৈ যা।"

এইবুলি প্ৰিয়নাথ ভানখনৰ ফালে আগবাঢ়ি গ'ল। ইয়াৰ পিছত তাৰ কপালত কি আছে সি নাজানে। কোনোবা দূৰলৈ নিবও পাৰে হেনো। ৰফিকুলক মাত এষাৰ লগাই ল'ব পাৰিলেই হ'ল। তালৈ কিবা বেলেগ মৰম এটা সোমাইছে। তাৰ বা বিচাৰত কি হয় কোনে জানে।

ভানখনত উঠিবলৈ গৈ সি দেখিলে মাক, দেৱলা, ভায়েক ছুটা, ৰবি সোমবাৰী গোটেই মথা একলগে থুপ বান্ধিছেহি। দেৱলাই মাকক বিচি

দিছে। বুঢ়ীয়ে বহি দিছে। তাৰ আৰু সেই ফাললৈ চাবলৈ শকতি নহ'ল। ঘপকৈ 'ভানখন'ত উঠি বহি লৈ চকু মুদি দিলে। ইমান দিন কেছাবিলৈ সিহঁতক খোজ কঢ়াই অনা নিয়া কৰিছিল। আজি মটৰগাড়ী অনা দেখি তাৰ বুকুখন চেবালে। ক'ৰবালৈ দূৰলৈ নিব চাগে। একো সুধিলে। ভাগ্যই যেনি নিয়ে নি থাওক। আগতিয়াকৈ জানিয়েইনো কি লাভ। এইবাৰ সি মাকৰ কান্দোন স্পষ্টকৈ শুনিলে। হেকুটিয়াই হেকুটিয়াই কান্দিছে। নাচাওঁ নাচাওঁ বুলিও সি আক' এবাৰ সেইফাললৈ চালে। সকলোৰে চকুত পানী। দেবলাৰ চাদৰখনৰ আগ এটা মাটিত পৰি আছে। তাই ক'বই নোৱাৰে। সি আক' চকু হাল মুদি দিলে। গাড়ীখন সোনকালে আঁতৰি গ'লেই হয়। পিছে আৰু কোনোবা কোনোবা আহিবলৈ আছে হেনো। তাৰ যে দহ বছৰ জেল হৈছে, এই বাতৰি পাই পাৰুলে বাৰু অলপো দুখ নকৰিবনে? নাভাবো নাভাবো বুলিও তাৰ পাৰুলৰ কথাই মনলৈ আহিল। এবাৰ, মাথোন এবাৰ যদি পাৰুলক চাই ল'বলৈ পালেহেঁতেন, যদি সি ক'বলৈ পালেহেতেন যে মানুহ এটা মাৰি পেলাওঁ বুলি সি কেতিয়াও মাৰি পেলোৱা নাছিল। তেনেকুৱা ভাব কেতিয়াও নাছিল, কিন্তু হঠাৎ কি হৈ গ'ল সি ক'ব নোৱাৰে। মানুহ মাৰিব পৰাৰ মেজাজ তাৰ আছে বুলি পাৰুলে যেন নাভাবে। তাই ভাবিছেনেকি ঠেকেচি ঠেকেচি মানুহ মাৰিব পৰা এটাৰ লগত তাইৰ যে বিয়া নহ'ল, ঈশ্বৰেহে ৰাখিলে। ঈশ্বৰ তাইৰ প্ৰতি সুপ্ৰসন্ন বুলি তাই মনে মনে স্ফূৰ্ত্তি কৰিছে নেকি? তায়োতো এবাৰ আহিব পাৰিলেহেতেন, খবৰ এটা ল'বহি পাৰিলেহেঁতেন। এবাৰ যদি ···

কোনোবা এটাই কিলাকুটিৰে তাক হেঁচুকি ঠেলি দিয়াত সি ঘপকৈ চকু মেলি দেখে কেছাৰি ঘৰৰপৰা গাড়ীখন কেতিয়াবাই ওলাই আহিল। তাৰ নিচিনা 'কয়দী' ভানখনত ভৰি আছে। চকু মুদি পাৰুলৰ কথা ভাবি থাকোতে ক'ব নোৱাৰাকৈয়ে সি ওচৰতে বহা এটাৰ বাঁউসীত ঢলি পৰিল। সি কিলাকুটিৰে ঠেলা মাৰি দিলে। সি প্ৰত্যেকৰে মুখবোৰ চাবলৈ যত্ন কৰিলে। বন্দুক লোৱা চিপাহী দুটাও মুখতে বহিছে। 'কয়দী' বিলাকৰ মাজত এখন মুখহে তাৰ চিনাকি। হাজোতত চিনাকি হোৱা। নাম চাম

মনত নাই। বাকীবিলাকক সি চিনি নাপায়। একমাত্র চিনাকি মুখখনে পিছে তাৰ ফাললৈ চোৱা নাই। আনফালে মুখ কৰি বহি আছে। বেছি ভাগৰ মুখবোৰ গহীন গহীন। তাৰ একেবাৰে ওচৰতে বহি তাক ঠেলা মাৰি দিয়াটোলৈকো সি চালে। তাৰ ৰঙচুৱা ডাঙৰ চকুহাল দেখি ভয় লাগিয়েই গ'ল। চকুলৈ চাবলৈকে সাহস নহ'ল।

প্ৰিয়নাথে এবাৰ জোৰ কৰি চকুহাল মুদি আঁউজি দিলে। পিছে এইবাৰ তাৰ লগত একেলগে গৈ থকা কয়দীখিনিৰ মুখকেইখনহে মনলৈ আহিবলৈ ধৰিলে। তাৰ জানিবলৈ মন গ'ল কোনে কি দোষ কৰি আহিছে, সিহঁতৰ বিচাৰৰ ৰায় হৈছে নেকি? সিহঁতো তাৰ নিচিনাকৈয়ে দহবছৰ 'কয়দী' হৈ থাকিব লাগিব নেকি? 'কয়দী' বোলা শব্দটো সি আগতে জনা নাছিলে। আজি কালি কেইবাটাও শব্দ শিকিলে। 'ক্ৰিমি-নেল' 'প্ৰিজনাৰ' 'ছেনটেন্স'—এইবিলাকৰ মানেও সি জানি পেলাইছে। তাৰ লগত অহা প্ৰত্যেকটোৰে নিশ্চয় একোখন ঘৰ আছে, কেইবাটাৰো সংসাৰো থাকিব পায়। সিহঁত কোনে কি কৰিছিল, কিয় জেললৈ আহিব লগা হ'ল, ঘৰত সিহঁতৰ কোন কোন আছে আদি প্ৰতিটোৰ ভু ল'বলৈ তাৰ বৰ মন গ'ল। কিন্তু প্ৰায় প্ৰত্যেকেই ইমান চুপচাপকৈ আহিছে, গহীন হৈ আহিছে যে তাৰ উপযাচি কথা ক'বলৈকে সাহস নহ'ল। চিপাহী দুটাও গহীন। মাজে মাজে পোন্দোৰাকৈ মাথোন সিহঁতলৈ চায়। বৰ আৰাম, প্ৰিয়নাথে ভাবিলে। আমাৰ মইনা দাইটিয়ে পুলিচতহে কাম কৰে। যেনিয়েই যায়, মানুহে বাট এৰি দিয়ে। মটৰ বাছতো পইচা নলয়। হোটেলতো বোলে দোকানীয়ে মিঠাই-চিঠাই এনেযে খাবলৈ দিয়ে, কৈছিলে পাৰুলে। পাৰুলৰ সম্বন্ধীয় খুড়াকৰ কথা। কিবা প্ৰসংগত ওলাইছিল। সি শিৱসাগৰলৈ আহিব লগা আছিল সেইদিনা। পাৰুল তেতিয়া বৃন্দাবন ককাইদেউৰ ঘৰত। শিৱসাগৰলৈ যাবলৈ বুলি ভাল চুৰীয়া চোলাযোৰ পিন্ধি বৃন্দাবন ককাইদেউক কিবা দৰকাৰী কথা এটা সুধিব লগা থকাৰ বাবে কোবাকুবিকৈ গৈ পাৰুলকে পালেগৈ আৰু বৰ দৰকাৰী কাম এটাত শিৱসাগৰলৈ যাবলৈ ওলোৱা বুলি ক'লে। তেতিয়া তাইৰ মইনা দাইটিৰ কথা ওলাইছিল। পুলিচত চাকৰি কৰা মইনা দাইটি। পিছে শিৱসাগৰলৈ

আহি 'মইনা দাইটিক' বিচাৰি উলিয়াবলৈ সেই তেতিয়া তাৰ সময় নহ'লগৈ। কপালো এনে হ'ল যে এতিয়া পুলিচৰ হাতত্তেই। হাজোতত্তো কিমান দিন গ'ল। চাৰিটানে পাঁচটা নে তাতোকৈও বেচি আঘোণ-পুহ পাৰ হৈ গ'ল। হাজোত পোৱাহিৰেপৰা দিন বাৰ মাহ নক্ষত্ৰৰ হিচাব-বোৰো তাৰ নাইকিয়া হৈ গ'ল। প্ৰথম কেইদিনমান সেইবোৰৰ হিচাব আছিল, এতিয়ালৈ নাই। আজি যে বুধবাৰ সেইটো অৱশ্যে তাৰ মনত আছে। সিবাৰেই কেছাৰিত কৈছিল - বুধবাৰে মোকৰ্দ্দমাৰ 'ফয়চালা' হ'ব বুলি। ৰফিকুলেও তাক সঁকিয়াই দিছিল। এই চিপাহী দুটাৰ নাজতে মইনা দাইটি আছে নেকি বাৰু? হঠাৎ, হঠাৎ তাৰ মইনা দাইটিক বিচাৰি উলিয়াবলৈ মন গ'ল। সি এনেয়ে এবাৰ এটা চিপাহীক সুধিয়েই পেলালে "চকলিয়াত আপোনালোকৰ কোনোবা আপোন মানুহ আছে নেকি বাৰু?" চিপাহীয়ে তাৰ কথাৰ উত্তৰ নিদি তাৰ মুখলৈ চালে।

—বোলো চকলিয়াত আপোনালোকৰ কোনোবা আপোন মানুহ আছে নেকি?

.—মানে খৰাহাট আৰু মহ খুটিৰ মাজৰ চকলিয়াত?

—অঁ, ঠাকুৰবাৰী, আজি কালি কৃষ্ণ বিহাৰী বোলে, সেই কৃষ্ণ বিহাৰী বাগিচাৰ ওচৰত যে আছে চকলিয়া?

-- তই হ'ব পায় সেইফালৰ?

—মই ম'হ খুটিৰ, কঁকাল ছিগা বোলে যে তাৰ। চকলিয়ালৈ অহা যোৱা কৰোঁ। মিতিৰ মানুহ আছে। তাৰ কোনোবা এজনেও পুলিচত কাম কৰে বুলি জানো সেয়েহে সুধিলোঁ।

-- সিমানবোৰ খা-খবৰ ৰাখিবলৈ আমাৰনো সময় ক'ত?

চিপাহীৰ উত্তৰত প্ৰিয়নাথ মনে মনে থাকিল। নিজে লাজ পোৱাদি পালে। কি দৰকাৰ 'মইনা দাইটিৰ' খবৰ ল'বলৈ।' আজি অত দিনৰ মূৰত তাৰ মুখলৈ মইনা দাইটিৰ কথা কিয় আহিল? পাকলেতো তাৰ একো খবৰ ল'বলৈ অহা নাছিল। পাকল এতিয়া—বুকুখনত সি কিবা এটা জোকাৰ খোৱাৰ দৰে অনুভৱ কৰিলে। প্ৰদীপৰ ওপৰত ক'ব নোৱাৰাকৈয়ে তাৰ খং উঠি গ'ল। কিয় সি আজি এনেকৈ জেললৈ আহিব লগা হ'ল।

শিমলু তলৰ ন-ভাঙনি সি কাৰ বাবে মোকোলাইছিল? সেই নিশাটো কানহাইয়াই পথাৰৰপৰা ধান চুৰ কৰি নিয়াৰ নিশাটো!

জোকাৰ এটা মাৰি পুলিচ ভানখন বৈ গ'ল।

সকলোৰে লগত তাৰো নামিবৰ হ'ল।

এতিয়াৰেপৰা সি সঁচাকৈয়ে কয়দী, দহবছৰৰ সশ্ৰম কাৰাদণ্ড। ভাৰতীয় দণ্ডবিধিৰ ৩০৪ ধাৰা!

চকুহাল সি মুচি ল'লে।

# তেইশ

শিৱসাগৰত চাৰি দিন ৰাখি প্ৰিয়নাথক যোৰহাট কাৰাগাৰলৈ আনিলে। যোৰহাটত থাকোতেই গণেশ আৰু কাৰ্তিকৰ লগত ফুলুমাই আহি তাক চাই গ'লহি। বায়েকজনীক আৰু ভায়েক দুটাক একেলগে দেখি প্ৰিয়নাথৰ শোকে খুন্দা মাৰি ধৰাদি ধৰিছিল। পিছে জেল হাজোতত থাকি থাকি বুকুখন কিজানি অলপ ডাঠ হৈছে। ফুলুমায়ে কান্দোন ৰাখিব নোৱাৰিলে। হাও হাওকৈ কান্দিবলৈ ধৰিলে। ভায়েক দুটায়ো কান্দিলে। প্ৰিয়নাথেহে ওলোটাই সিহঁতক বুজনি দিলে— "কন্দা-কটা নকৰিবি। বৌতিক দুখ নিদিয়াকৈ ৰাখিবি। ন-ভাঙনি মাটিডৰাৰ বাবে তেজ পানী কৰিলোঁ। ৰাখিব নোৱাৰিবি কিজানি। কেঁচুত শগুণ পৰিছে। বৃন্দাবন ককাইদেউৰ পৰামৰ্শ ল'বি"। বায়েককো ক'লে, "কপালৰ লিখন। কোনে খণ্ডাব। পিছে ঈশ্বৰক পোৱা হ'লে মই মুচৰি মাৰিলোঁহেঁতেন। খেনোক দেখি ৰান্ধে-বাঢ়ে খেনোক দেখি দুৱাৰ মাৰে। ঈশ্বৰ হতশ্ৰী হ'ব।" প্ৰিয়নাথৰ কথা শুনি বায়েকে তবধ মানিলে। তাই বুজিলে ভাগ্যৰ ওপৰত, বিধাতাৰ ওপৰত তাৰ খং উঠিছে। খং উঠিলে তাৰ মুখ খোল খায়। তাৰ ক্ষোভ দেখি তাই চকু পানী মোহাৰি পেলালে।

যোৰহাটৰপৰা নগাওঁ, তাৰপৰা গুৱাহাটী, গুৱাহাটীৰ পৰা আক' নগাওঁ, আক' যোৰহাট। তিনি বছৰ এনেকৈ ইখন জেলৰপৰা সিখন জেললৈ অহা যোৱা কৰি থাকিল। য'লৈকে নিয়ে নিয়ক। এতিয়া তাৰ দেহা-মনৰ ওপৰত তাৰ নিজৰেই একটিয়াৰ নাই। প্ৰতিখন জেলত সি ভালেমান মানুহ পাইছে। কয়দী কিছুমানৰ কথা তাৰ মনত ৰৈছে। কিছুমানৰ কথা পাহৰি যায়। শিৱসাগৰত পোৱা ৰফিকুলৰ কথাহে সি মুঠেও পাহৰিব পৰা নাই। তাৰনো বিচাৰত কি হ'ল জানিবলৈ বৰ হেঁপাহ হৈছিল। সেইযাবো জানিবলৈ নাপালে।

নগাৰঁত লগ পালে কেইবাটাকো। তাৰ ভিতৰত তাৰ ভাল লাগিল চন্দ্ৰ পাটৰক। ডেকা ল'ৰা। সি তাৰ কাহিনী কৈছিল। গহীন-গম্ভীৰ ল'ৰাটো। বৰ কম কথা কয়। প্ৰিয়নাথক পিছে সিয়ো ভাল পাইছিল। সেয়েহে প্ৰিয়নাথক তাৰ কথা সি নিজেই কৈছিল। চন্দ্ৰ সৰু থাকোতেই তাৰ বাপেক ঢুকাল। আচলতে বাপেকক দেখা তাৰ মনতেই নপৰে। মাকৰ আক' বিয়া হ'ল। তাৰ তেতিয়া পাঁচ বছৰমান। চন্দ্ৰই তাকে বাপেক বুলি ভাবিছিল। মানুহটোৱে চন্দ্ৰক মুঠেই দেখিব নোৱাৰিছিল। যেতিয়াই তেতিয়াই মাৰপিট কৰে। মাকেও ৰাখিব নোৱাৰে। চন্দ্ৰৰ ভায়েক এটা হ'ল। সি বৰ ৰং পাইছিল। তাৰ খেলাৰ লগ হ'ব। পিছে 'বাপেক'টোৱে চন্দ্ৰক শান্তিৰে থাকিবলৈ নিদিছিল। কথাই কথাই মাৰপিট। এঘাৰ বছৰমান বয়সত সি ঘৰ এৰি পলাই গ'ল। গুৱাহাটী পালেগৈ। অ'ত এৰাতি ত'ত এৰাতি থাকিবলৈ ল'লে। চাহ দোকানত, হোটেলত কাম ল'লে। তাতো মাৰপিট। খোৱা-বস্তুৰ মাজত থাকিও খাবলৈ নাপায়। ভোকতে থাকে। চাৰিখন মান হোটেল বাগৰিলে। এখন হোটেলত তিনিমাহ আছিল। মালিকটোৱে প্ৰথমে তাৰ মৰম কৰিছিল। পিন্ধিবলৈ ভাল কাপোৰ-কানিও দিছিল। পিছে স্বভাৱটো বেয়া আছিল। সেইটো কথাতে তাৰ খং উঠি এদিন ৰাতিয়েই তাৰপৰা পলাল। একেবাৰে তেজপুৰ পালেগৈ। পিছে তাতো তাৰ থকা নহ'ল। ভাটিৰ ফালৰ মানুহ এঘৰত এমাহ আছিল। মানুহজন ভাল। মানুহজনী বেয়া। হকে-বিহকে বকি থাকে। তাৰ অসহ্য লাগে। এদিন সি নিজ চকুৰে দেখিলে যে এৰেহা এগাল ভাত খাবলৈ দিছে। তাৰ খং উঠিল, কৈ দিলে," মোক কি কুকুৰ ভাবিছে নেকি? চুৱা চেলেকিম কেলেই?" সেইটো কথা লৈয়েই বৰ ডাঙৰ গোলমাল হ'ল, "মুখ দেখোন তোৰ বৰ বাঢ়িছে" বুলি এছাৰি এডাল লৈ মোক এনেদৰে কোবাবলৈ ধৰিলে যে মই নিজকে আৰু চম্ভালিব নোৱাৰিলোঁ। একোবত হাতখন খামুচি ধৰি এনেদৰে কাঁমুৰিলোঁ যে মোক এৰি দিবলৈ বাধ্য হ'ল। ইয়াৰ পিছত আহি মঙ্গলদৈ পালোঁহি। পিছে কি হ'ব "দৰিদ্ৰ লংকালৈ যায়, সাগৰো শুকায়, মাণিকো লুকায়। সেয়ে হ'ল। মঙ্গলদৈত চাইকেল দোকান এখনত কাম কৰিছিলোঁ।

কুৰিদিনমান হৈছিল, কি, নহৈছিল। মালিকজনো ভাল আছিল। সৰু দোকান। মোক কৈছিল ‘ভাত সাজ পাবি। লগতে ৰান্ধিম। পিছে পইচা কিমান দিব পাৰোঁ ঠিক নাই।’ মালিকজন অকলশৰীয়া মানুহ। দোকানতে থাকে। এদিন কি কথাত নাজানো এজন ডেকা মানুহৰ লগত মালিকৰ তৰ্ক হ’ল। ডেকা মানুহজনে মালিকক চৰ মাৰি দিলে। মোৰ খং উঠি গ’ল। বেঞ্চ এডালেৰে ময়ো মানুহটোৰ হাতত ঘপকৈ মাৰি দিলোঁ। তাৰ পিছত সি মালিকক এৰি মোলৈ খেদা মাৰি আহিল। ভয়ত মই কি কৰোঁ কি নকৰোঁ লাগিল। মালিকে তাক বহুত কাবৌ কৰিলে মোক এৰি দিবলৈ। সি বোলে মোৰ জান নোলোৱাকৈ নাযায়। মোৰো খং উঠি গ’ল। মূৰত, ছল বুজি হাতুৰীটোৰে এককোব মাৰি দিলোঁ। পৰি গ’ল। তাৰ পিছত বুকুত এককোব দিলোঁ। মালিকেও মাৰিলে। মানুহটো মৰি গ’ল। আমি পলালোঁ। পিছে একেবাৰে পলাই যাব নোৱাৰিলোঁ। ধৰা পৰি গ’লোঁ। মালিকো, ময়ো। পুলিচে ধৰিলে। পিছে হাজোতত থাকোতেই মালিক মৰিল। কিজানি পুলিচেই মাৰিলে। মোকো মাৰিলে। পিঠিৰ ছাল এৰাই গৈছিল। বৰ দুখ পাইছিলোঁ। হাস্পতালত কিমান দিন থাকিলোঁ মনত নাই। কিন্তু একেবাৰে ভাল হৈ নগ’লো। গাৰ বিষ থাকি গ’ল। পাঁচ বছৰ আছোঁ। আৰু পাঁচ বছৰ থাকিব লাগিব। চন্দ্ৰ পাটৰৰ কথাবোৰ প্ৰিয়নাথৰ মাজে মাজে মনত পৰে। সিও চাগে জেলে জেলে বাগৰি ফুৰিছে।

নগাৱঁত থাকোতে সি এবাৰ প্ৰদীপক পাইছিল। কিবা সকামত নগাৱঁলৈ গৈ তাক খবৰ কৰিবলৈ বুলি গৈছিল। তাক দেখি বৰ ভাল লাগিছিল। ইতিমধ্যে গণেশ-কাৰ্তিকে মেট্ৰিক পাছ কৰিলে। সেই খবৰ শুনাৰ দিনাও তাৰ বৰ স্ফুৰ্ত্তি লাগিছিল। সি নিজে পঢ়া-শুনা কৰিব নোৱাৰিলে। দুটা ভায়েকে মেট্ৰিক পাছ কৰাৰ খবৰ একেলগে পাই তাৰ জেলৰ ভিতৰতে নাচিবৰ মন গৈছিল। অফিছাৰসকলকো সি তাৰ মনৰ আনন্দৰ কথা জনাইছিল। তাৰ নামত সেইদিনা অফিছাৰেও চাহ-মিঠাই খাইছিল। ভায়েক দুটাক কলেজত পঢ়ুৱাই ডাঙৰ মানুহ কৰাৰ হাবিয়াস তাৰ আছিল। কিন্তু সেই আশা পূৰণ নহ’ল।

দ্বিতীয়বাৰ যোৰহাটলৈ আহিয়েই সি মাক মৰাৰ খবৰ পালে। সেইদিনা প্ৰিয়নাথে কান্দিব নোৱাৰিলে। পুলিচ লগত দি তাক ঘৰলৈ যাবলৈ অফিচাৰে কৈছিল। পিছে সিহে নগ'ল। আৰু মায়া বঢ়াই লোৱাৰ ইচ্ছা তাৰ নহ'ল। মাক নথকা ঘৰখনলৈ যাবলৈকো সাহস নহ'ল। জেলৰ ভিতৰতে ব্ৰত পালন কৰিলে মূৰো খুৰালে। হলধৰ পুলিচ বৰ ভাল। তাক বেছ মৰম কৰে। নিজৰ ঘৰলৈ মাতি মাতি নি চাহ জলপান খুৱায়। ঘৰখনো ভাল। হলধৰ পুলিচৰ ঘৰ ডেৰগাৱঁত। চাকৰিত সোমোৱা বোলে একুৰি দুবছৰ হ'ল। মানুহটোক আনবিলাকে হলধৰ কানীয়া বুলি হাঁহে। ল'ৰা-ছোৱালী সাতোটা। চাৰিটা ল'ৰা, তিনিজনী ছোৱালী। কোনে কোন শ্ৰেণীত পঢ়ে হলধৰ পুলিচে নাজানে। ল'ৰা-ছোৱালীক পঢ়ুৱা-শুনোৱাৰ বিষয়ত কাহানিও খবৰ ৰখা নাই। হলধৰ পুলিচৰ বিষয়ে হাঁহি উঠা ভালেমান কথা আছে। এবাৰ বোলে বকুৱাবামুণ গাৱঁলৈ নবছৰীয়া ডাঙৰটো ল'ৰাক চাইকেলেৰে লৈ গৈছিল মাহীয়েকৰ ঘৰলৈ বুলি। আদ বাটতে চাইকেলৰ চকা এটা পাংচাৰ হ'ল। ওচৰত চাইকেল দোকানো নাই। বাটৰ কাষৰ গছ এজোপাতে চাইকেলখন আঁউজাই, ল'ৰাটোকে ৰখীয়া থৈ তেওঁ বকুৱাবামুণ গাৱঁলৈ আগবাঢ়িল। সেইখিনিৰপৰা বকুৱা-বামুণ গাৱঁলৈ ডেৰ মাইল মানহে আছিল। বকুৱা বামুণ গাৱঁত থকা চাইকেলৰ দোকানখন তেওঁৰ চিনাকি। তাতে খবৰ. দিবলৈ আহিল। চাইকেল দোকানীয়ে বোলে, "ডেৰমাইল বাটৰ আগত যে চাইকেলখন এৰি থৈ আহিল, লগতে চোঁচোৰাই লৈ আহিব পাৰিলেহেঁতেন দেখোন। এতিয়া আৰু' গৈ চাইকেল আনিলেহে মই ইয়াত ভাল কৰি দিব পাৰিম।" হলধৰ পুলিচে তেতিয়াহে নিজৰ ভুলটো বুজিলে। এবাতো, ডেৰমাইল বাট ল'ৰাই খোজ কাঢ়িব পাৰিলেহেঁতেন। মাহীয়েকৰ ঘৰত বহে মানে সিফালে চাইকেল মেৰামতিও হৈ গ'লহেঁতেন। দোকানখন মাহীয়েকৰ ঘৰৰপৰা কেইহাতমান দূৰত মাথোন। আৰু এবাৰৰ কথা—ৰাতি ৰাতি চোৰাং কাৰবাৰ কৰি ফুৰা জীপ গাড়ী এখনৰ বিষয়ে পুলিচে অনুসন্ধান কৰি আছে। চোৰাং কাৰবাৰী মানুহকেইজন অথবা জীপ গাড়ীখনৰ শুং-সূত্ৰহে উলিয়াব পৰা নাই। এদিন ৰাতি ডেৰমান বজাত হলধৰ পুলিচে গলিয়ে

গলিয়ে ঘূৰি ফুৰা জীপ গাড়ী এখন দেখিলে। নম্বৰ 'নোট' কৰিলে আৰু ৰাতিয়েই অ' চি, চাহাবক জনালে। অ' চি, চাহাবে বৰ উৎকণ্ঠাৰে গাড়ীৰ নম্বৰ বিচাৰিলে। হলধৰ পুলিচেও ফৰাফৰ নম্বৰটো কৈ দিলে। অ' চি চাহাব থৰ হ'ল, কাৰণ সেই নম্বৰৰ জীপ গাড়ী ডি, এছ, পি, চাহাবৰ। এনেকুৱা আৰু যে কিমান কাহিনী আছে।

এই হলধৰ পুলিচক প্ৰিয়নাথে বৰ ভাল পায়। এই হলধৰ পুলিচৰ আগতেই প্ৰিয়নাথে তাৰ সকলো কথা কৈ দিছে। পাৰুলৰ কথাও। পাৰুলৰ নামটো অৱশ্যে উচ্চাৰণ নকৰিলে। প্ৰদীপ-পাৰুলৰ বিয়া হৈ যোৱাৰ খবৰো সি পায়েই হলধৰ পুলিচক কৈছিল, "ককাইদেউ, বুকুখন কিবা কিবা লাগিছে। কি লাগিছে মই কৈ পেলাব নোৱাৰিম। এসোঁতা কান্দিব পৰা হলেও।"

পাৰুলৰ বিয়া হৈ গ'ল। যাবতো, কোন কাৰ বাবে বৈ থাকিব। পাঁচোটা বছৰ মাথোন পাৰ হৈছে, এই পাঁচবছৰতে কিজানি জগতখনৰ বহুত কিবা কিবি সলনি হৈ গৈছে। আৰু পাঁচ বছৰ বাকী আছে। শিমলু তলৰ ন-ভাঙনি, মাটি ডৰাও এতিয়া তাৰ হৈ থকা নাই, পাৰুলো এতিয়া তাৰ নহয়। হঠাৎ প্ৰদীপলৈ তাৰ হিংসা হ'ল। মহৰী, মৌজাদাৰ হাকিম, ঠিকাদাৰ—এইবিলাকৰ ল'ৰা হোৱা হ'লে সিও নিশ্চয় পঢ়া-শুনা কৰিব পাৰিলেহেঁতেন, ধপধপিৰে নি চকলিয়াৰপৰা ডিমৌ, ডিমৌৰপৰা শিৱসাগৰত টকী দেখুৱাব পাৰিলেহেঁতেন। হাবি ভাঙি মাটি উলিয়াব লাগে বুলি নাভাবিলেহেতেন, বাবু চাহাবৰ পৰিয়ালৰ লগত কাজিয়া কৰিব নালাগিলহেঁতেন। মানুহ মাৰি জেল খাব নালাগিলহেঁতেন।

হলধৰ পুলিচৰ আগত এইবোৰ কথা কৈও সি দুখ কৰিলে। হলধৰ পুলিচে তাক বুজনি দিয়ক চাৰি তাৰ কথা শুনি শুনি নিজেইহে কমালখন উলিয়াই চকুহাল মোহাৰি ল'লে। আইদেয়ে, হলধৰ পুলিচৰ ঘৈণীয়েকে তাক বুজনি দিলে জন্ম-মৃত্যু-বিবাহ কপালৰ লেখন বুলি ক'লে। বিধাতা পুৰুষে খেনোক দেখি ৰান্ধে-বাঢ়ে, খেনোক দেখি দুবাৰ মাৰে কিয় সেই কথাকে আইদেউৰ পৰা জানিব বিচাৰিলে। আইদেয়ে পিছে তাৰ সেই প্ৰশ্নৰ সঠিক উত্তৰ দিব নোৱাৰিলে।

সম্পূর্ণ আঠ বছৰৰ পিছত প্ৰিয়নাথ ফাটেকৰপৰা ওলাল। ফাটেকৰ শেষ দিন কেইটা সি যোৰহাট ফাটেকতে আছিল। মুকলি হ'বলৈ আৰু দুবছৰ হওঁতে বাকী আছিল। পিছে সময়তকৈ দুবছৰ আগতেই তাক ফাটেকৰপৰা এৰি দিলে। বাকী লগৰ কয়দী কেইটামানে কোৱা-কুই কৰিছিল, তাৰ হেনো ৰিপৰ্ট ভাল। সেইবাবে ৰেহাই পালে। আঠ বছৰৰ মূৰত ওলাই আহিবলৈ তাৰ মনটোৱে ছটফটাই আছিল। আঠবছৰৰ আগতে এৰি অহা জগতখনলৈ তাৰ বৰকৈ মনত পৰিছিল। গোটেইবোৰ যেন চকুৰ আগত ভাহি উঠিছিল। আঠ বছৰৰ আগৰ সেই ৰাতিটোৰ কথাও তাৰ ঘন ঘনকৈ মনলৈ আহিছিল। দুপৰ নিশা বৃন্দাবনৰ ঘৰলৈ বুলি ওলাই আহিয়েই তাৰ যতমানে অথন্তৰ ঘটিল। সেই ন-ভাঙনি মাটি, সেই তাৰ ঘৰখন, সেই প্ৰদীপ, চকলিয়াৰ সেই পাৰুল ···

হলধৰ পুলিচৰ আৰু আইদেউক সি সেৱা কৰিছিল। হলধৰ পুলিচক পিছলৈ মানুহে ভোলানাথ বুলিছিল। আইদেউ স্বয়ং পাৰ্বতি। এই হৰ-গৌৰীয়ে তাক মৰম নকৰা হ'লে সি কিজানি ইমানদিনে অঘাইটং কিবা এটা হৈ গ'লহেঁতেন। হলধৰ পুলিচে তাক উপদেশ দিলে, "খং নামে চণ্ডাল বুজিছ, চন্তালি থাকিবি। ঘৰ-সংসাৰ পাতি সুখেৰে থাক। হৈ যোৱা খিনি হৈ গ'ল। তাক লৈ ভাবি চিন্তি থাকিলে নিজৰহে ক্ষতি হয়।"

আঠ বছৰৰ মূৰত, এৰা আঠ বছৰৰ মূৰত সি মুকলি হৈ আহিল। তাৰ মন গৈছিল সি দৌৰিব, এছোৱা বাট সি দৌৰি যাব। শিৱসাগৰলৈকে সি দৌৰিব নোৱাৰিবনে? তাৰ আৰু' নিজৰে হাঁহি উঠি গ'ল। কি দৰকাৰ দৌৰিবলৈ? তথাপি এছোৱা সি দৌৰিলে। বৰভেটাত থকা ফাটেকখনৰ পৰা যোৰহাট বাছ ষ্টেণ্ডলৈলে সি দৌৰি আহিল। জেপত তাৰ পইচা কেইটামানো আছে। ফাটেকৰপৰা ওলাই আহিবৰ সময়ত জেইলাৰ চাহাবে

দিছিল কেইটামান, সি কিমান দিছিল নাচালে। জেপত ভৰাই থ'লে। হলধৰ পুলিচেও তাক কুৰি টকা দিছিল ঘৰলৈ মাছ পুঠি এটা লৈ যাবলৈ। ভায়েকহঁতে বং পাব। সমুদায় পইচা সি জেপতে ভৰাই ল'লে। বহুত দিনৰ মূৰত সি নতুন চোলা চুৰীয়াও পিন্ধিলে। ফাটেকৰ কয়দীৰ পোচাক এৰিলে। নতুন চোলা চুৰীয়া পিন্ধি সি যে কিমান আনন্দ পাইছিল বুজোৱা টান। দৌৰি দৌৰি আহি যোৰহাট বাছটেণ্ড পাই সি দেখিলে বাছ এখন ৰৈ আছে, শিৱসাগৰলৈকে যাব। টিকট বোলে দিয়েই আছে। সি পোনচাতেই কাউণ্টাৰ পালেগৈ। খন্তেক তভক মাৰি ৰ'ল। মানুহৰ হেতা-ওপৰা। কোন কাৰ গাৰ ওপৰত উঠিছে ঠিক নাই। তাৰ ভাগত টিকট নাথাকিবও পাৰে। যোৰহাটত টিকট লোৱা বৰ আহু-কালৰ কাম বুলি তাহানিতে পাৰুলহঁতৰ ঘৰত পৰুলৰ ককায়েকে কিবা কথা প্ৰসঙ্গত কৈছিল। বেচি ভাগ টিকট বোলে আগতেই 'বুক' হৈ থাকে। দুই তিনিটা টিকট দিয়াৰ পিছতে টিকট নাই বুলি কৈ দিয়ে। পাৰুলৰ ককায়েকে আৰু এষাৰ কথা কৈছিল—এবিধ বেলেগ মানুহ থাকে। তেওঁ-লোকে টিকট লৈ দিব পাৰে। চাৰি অনামান তেওঁলোকক দিব লাগে। চাৰি অনা বেছিকৈ ভৰি হলেও প্ৰিয়নাথে তেনেকুৱা মানুহৰপৰাই টিকট এখন পাব পাৰি নেকি ইফালে-সিফালে চালে। হঠাৎ চকু পৰিল এজন মানুহে এখন টিকট টিপতে আন এজনক দিছে। সি ওচৰ চাপি গ'ল আৰু সুধিলে, "শিৱসাগৰলৈকে মোকো এখন টিকট আনি দিব নে?" মানুহজনে মুখেৰে একো নকৈ সোঁহাতখন আগবঢ়াই দিলে। ইয়াৰ অৰ্থ হ'ল—পইচা দিয়া, টিকট দিম। সি সুধিলে, "কিমান লাগিবনো?" "টিকটৰ দাম ছটকা পঞ্চলিচ পইচা আৰু তিনি টকা।"

প্ৰিয়নাথে জেপৰপৰা দহ টকীয়া নোট এখন উলিয়াই দিলে। মানুহ জনে দহ টকীয়া নোটখন জেপত ভৰাই শিৱসাগৰৰ টিকট এখন জেপৰপৰা উলিয়াই দিলে। টিকটখন প্ৰিয়নাথক দিয়েই সেইখিনিৰপৰা আঁতৰি গ'ল। প্ৰিয়নাথ কেইমুহূৰ্ত্তমান জঠৰ হৈ ৰৈ থকাদি থাকিল। তাৰ পিছত আহি ৰৈ থকা বাছখনত উঠিলহি। মনে মনে এটা হিচাব কৰিলে—মানুহটোৱে দেখোন তাৰ পৰা তিনি টকাতকৈ বেছিহে ৰাখিলে? পাৰুলৰ ককায়েকে

চাৰি অনা মানৰ কথাহে কৈছিল। চাৰি অনা। আঠ বছৰৰ আগৰ চাৰি অনা এতিয়াও চাৰি অনাই হৈ আছে নে? নিশ্চয় 'কমিচন' বাঢ়িল। যাওক। এতিয়া বাছখন সোনকালে চলিলেই হ'ল। আৰু যেন এটি পলকেই তাৰ মনত একো একোটা যুগৰ দৰে নাযায় নুপুৱায়।

বাছ চলিল। মনটো তাৰ উগুল-থুগুল লাগিবলৈ ধৰিলে। চকু হাল মুদি সি টোপনিয়াবলৈ যতন কৰিলে। যাত্ৰী সকলৰ মাজত কথা-বতৰা চলি আছিল। ক্ৰমাত সেইবোৰ সি নুশুনা হৈ আহিল। একেকোবে আহি টিয়কতহে সাৰ পালেহি। ভালেমান বছৰৰ আগতে এইদৰে চৰকাৰী বাছেৰে সি এবাৰ যোৰহাটৰপৰা অহা-যোৱা কৰিছিল। সেইবাৰ লগত আছিল বৃন্দাবন ককাইদেউ। বৃন্দাবন ককাইদেৱে তেতিয়া বিয়াই কৰোৱা নাছিল। কলেজত পঢ়ি আছিল। যোৰহাটত। আই, এ, পঢ়িছিল। মেছ এটাত আছিল। তিনি জন ল'ৰাৰ সৈতে। এবাৰ ঘৰৰপৰা আহোতে তাকো লগত লৈ আহিলে। টকী দেখুৱাবলৈ। 'ছিৰাজ' নামৰ অসমীয়া টকী। হলত সেইবাৰেই সি প্ৰথম টকী চাইছিল। তাৰ আগতে এবাৰ এখন টকী চাইছিল—কৃষ্ণ বিহাৰী বাগিচাত। 'মনোমতী'। কৃষ্ণ বিহাৰী বাগিচাত তেতিয়া মেনেজাৰ আছিল ৰত্নধৰ বৰুৱা। টকী চাই সি সেই নিশা চকলিয়াত ৰাতিটো পৰি থাকিল। দেবাই পুৰোহিতৰ ঘৰত। তেতিয়া তাৰ বয়স তেৰ চৈধ্যমানহে হৈছিল কিজানি। তাৰ ভালেমান বছৰৰ পিছত সি 'ছিৰাজ' টকী চাইছিল। যোৰহাটত। হলঘৰৰ ভিতৰত। যোৰহাটলৈ আহোতে এই টিয়কত সি কণা মগনীয়া এজনৰ গান শুনিছিল। যোৰহাটৰপৰা সি অকলে বাছত আহিছিল। তেতিয়াও সি এই অন্ধ মগনীয়াজনৰ গান শুনিছিল। এইবাৰ সি তিনিজন গান গোৱা মগনীয়া দেখিলে। সিহঁতৰ চুপইচামান দিবলৈ তাৰ মন গৈছিল। পিছে জেপত খুচুৰা বুলিবলৈ পাতি পইচা এটাও নথকাত তাৰ দিয়া নহ'ল।

দুপৰীয়া বেলিকা বাছ আহি শিৱসাগৰ পালেহি। চিনাকি ঠাই। আঠ বছৰৰ আগৰ শিৱসাগৰ আৰু এতিয়াৰ শিৱসাগৰ দেখাত প্ৰায় একেই আছে। একেই আলি-পদূলি। মানুহ বেছি হোৱা যেন লাগিল। লৰী মটৰ বাঢ়িল। সি বাছ ষ্টেশ্যনৰপৰা আহি থাওৱাৰ ফালে যোৱা কিবা

পাই নেকি বিচাৰিলে। থাওৱা বাগানৰ ওচৰত নামি সি বাগিচাৰ মাজেদিয়েই ম'হখুটিলৈ পোনাই দিব। তিনি মাইল মান হ'ব। ডিব্ৰুগড়লৈ যোৱা 'ভেনেট' এখনত সি উঠিল। পান জপাদি মানুহ জাপিছে। চেপনলৈকে সি ভাড়া দিব লগা হ'ল, পাঁচ টকা।

থাওৱা বাগিচাৰ মাজেদি সি আহি আছে। গণেশ আৰু কাৰ্তিক, তাৰ সেই ভায়েক দুটাই তাক দেখি কি কৰিব বাৰু? আজি যে সি এনেকৈ ওলাবগৈ সেই কথাটো সিহঁতে ক'ব নোৱাৰে। মাকৰ কথা তাৰ মনলৈ আহিল। বৌতি বুলি মাতিবলৈ ঘৰখনত আজি আৰু কোনো নাই। মাকজনী থকা হ'লে তাক বুকুত সুমুৱাই এসোঁতা কান্দিলেহেঁতেন।

খৰখোজেৰে সি আগবাঢ়িল। থাওৱা বাগিচাৰ কেঁচাপাতৰ গোন্ধ তাৰ নাকত লাগিলহি। জুন মাহ। বাগিচাৰ 'ছিজিন' টাইম'। মাইকী বোৰে পাত তুলি আছে। তাৰ চকু দুটাই পাত তোলা তিৰোতাৰ মাজত সোমবাৰীক বিচাৰিলে। এতিয়ালৈকে এখনো চিনাকি মুখ সি লগ পোৱা নাই। সোমবাৰীকো তাৰ চকুৰে বিচাৰি নাপালে।

সি আগবাঢ়িল।

থাওৱা বাগিচা পাৰ হৈ সি আহি ৰেললাইনত উঠিলহি। তাৰপৰা সি ৰেলষ্টেচনটোলৈ চালে। অলপ দূৰতে ৰেলষ্টেচনটো। সি থিয় হোৱা ঠাইৰপৰা ৰিংটোৰ বাটো নহয়। টিণৰ ৰঙা ঘৰটোৱেই ম'হখুটি ৰেলষ্টেচন। চাইডিং। জন্মৰেপৰা দেখি অহা ঘৰটো একেই আছে। আজি কালি বা ষ্টেচন মাষ্টৰ কোন? পংকজ বিশ্বাস এতিয়ালৈ আৰু নাই চাগে।

ৰেল লাইন পাৰ হৈ সি কঁকালছিগাৰ বাটত সোমাল। বাটৰ কাষে কাষে ভালেকেইটা সৰু সৰু খেৰীঘৰ উঠিল। সি ডিঙি মেলি মেলি ৰবিহঁতৰ ঘৰটোলৈ চালে। খবৰ এটা কৰি যাব নেকি? নাই এতিয়া নোসোমায়। ঘৰলৈ গৈ গা-পা ধুইহে পাক এটা মাৰিবহি। নলীনাদটোৰ ওচৰ পাই সি অকণমান ৰ'ল। একেই আছে। নলী নাদ আছে, পানী নাই। পঞ্চায়তে এনেকুৱা বহুত ফাঁকি দি আছে।

এইবাৰ সি তাৰ ঘৰৰ বাটত খোজ দিলে। বস্থ কেৰেণীৰ ঘৰৰ তামোল কেইজোপা একেই আছে। প্ৰকাণ্ড বহঁতজোপা? বহঁতজোপা

নেদেখি তাৰ মনটো বেয়া লাগিল। বৰ পুৰণি গছ আছিল। বতাহতে উভালি পৰিলে নে কোনোবাই কাটিয়েই নিলে। এই বহঁত জোপাৰ তলতে বহি গৰু চৰাইছিল, বাৰিষা হোলাটোত মাছ বিচাৰি বৰশী পেলাইছিল, বৃন্দাবন ককাইদেউৰ লগত ৰাজহুৱা কামৰ আলোচনা কৰিছিল। আৰু ? এই বহঁত জোপাৰ তলতেই পাৰুলক এদিন সি হিমানী বটল এটা দিছিল।

বন্ধু কেৰেনীৰ ঘৰৰ পদুলি মুখ পালেহি সি। তাৰপৰা অকণমান আগবাঢ়ি গৈ সোঁহাতেদি ঘূৰি কেৰেনীৰ বাৰীৰ ঢাপৰ কাষে কাষে কেইনলমান গ'লেই তাৰ ঘৰ। বন্ধু কেৰেণীৰ ঘৰৰ ফালে সি এবাৰ চালে। বন্ধু কেৰেণী ঢুকুৱা ডালেমান বছৰ হ'ল। তাৰ ভালকৈ মনত নাই। চোতালৰ মূৰত থকা কাফুৰ গছজোপা আজিও আছে। ঘণ্টাকৰ্ণ ফুলো আছে। ঘণ্টাকৰ্ণ ফুলবোৰ বছৰে বছৰে উঠে, বছৰে বছৰে মৰে।

সি তাৰ ঘৰৰ ফালে গৈ থাকিল। কিবা এক বুজাব নোৱাৰা আনন্দ, কিবা এক বুজাব নোৱাৰা দুখ সি অনুভৱ কৰিলে।

ঘৰৰ নঙলা মুখ পাই সি খন্তেক সময় ৰ'ল। তাৰ পিছত ইফালে সিফালে চালে। নঙলা কেইদাল নাই, দুকাষৰ খুটা— কেইটাহে আছে। বাৰীখন ধোপাং পাং হৈ আছে। ঘৰৰ মানুহবোৰ ক'লৈ গ'ল ? কাৰ্তিক আৰু গণেশ ? দুৱাৰখন বন্ধ। তলা এটা মাৰি থোৱা আছে। সি দুৱাৰখনৰ ওচৰত বৈ হেঁচুকি চালে। ওলমি থকা তলাটো দেখিও সি দুৱাৰখন হেঁচুকিলে গণেশ-কাৰ্তিকৰ নাম লৈ মাতিলে। কোনো মাত নাপালে। ঘৰটোৰ চাৰিওফালে এপাক মৰি সি চালে। মানুহ থকাৰ চিনেই নাই দেখোন। ক'লৈ গ'ল ইহঁত ! পিছ চোতালত এখন্তেক ৰ'লগৈ। তাৰপৰা বাৰীখনত চকু ফুৰালে। ক'তো জলকীয়া পুলি এটাও নাই। ঘাটলৈ যোৱা বাটটো তাৰ চকু পৰিল। লাহে লাহে সি দিবৈৰ ফালে আগবাঢ়ি গ'ল। নৈখনৰ ওচৰ পায়েই সি বৈ গ'ল। শিমলু তলৰ ন-ভাঙনি মাটি ডৰা ? সেই মাটি ডৰা ভাঙোতে সি তাৰ শৰীৰৰ বহুত ঘাম পেলালে, ম'হৰ কাঁমোৰ, চেৰেপা, আমৰলি পৰুৱাৰ কাঁমোৰ, কদো-বৰলৰ কামোৰ, জোক, বিছা, চামচোৰোকা আৰু ক'ত কি। সাপৰ লগত

কেইবাবাৰো যুঁজিলে। সাপলৈকো ভয় নলগা হৈছিল। পাঁচোটাকৈ ফেটী সাপ মাৰিলে, কাঁইটৰ আঁচোৰ খালে, চোৰাতে ডাকিলে, বান্দৰ কেকোঁৰা লাগিল। বহুত শতৰুৰ লগত যুঁজিছিল সেই হাবিয়নি ভাঙি তাৰ খেতি মাটি উলিয়াবলৈ। উলিয়াইছিল। দেৱলাইঁতে ৰুইছিলহি। ৰোৱাখিনি লহপহকৈ বাঢ়িছিলো। এই মাটিতে সি ঘৰ এটা সজাৰ কথা ভাবিছিল। পাৰুলক বিয়া কৰাই সংসাৰ কৰাৰ কথা ভাবিছিল। কিন্তু সকলো খেলি মেলি হৈ গ'ল। বাবু চাহাবৰ ল'ৰায়ো নিশ্চয় এই মাটি নাপালে। আঠ বছৰ ধৰি এই মাটি চন পৰি ৰ'ল। গহৰা গজি আৰু' হাবিয়নি হ'ল। সি লাহে লাহে মাটিকণৰ ফালে আগবাঢ়ি গ'ল। মাটি অকণমানত হাত দি চালে। তাৰ হুক হুককৈ কান্দি পেলাবৰ মন গ'ল।

একোবত যন্ত্র চালিতৰ দৰে সি গৈ দিবৈৰ বালিঘাট পালেগৈ। পানীৰ মাজলৈ নামি গ'ল। চকুৰে মুখে পানী ছতিয়াই ল'লে। হেঁপাহ পলুৱাই পানী খালে। গা শাঁত পৰি গ'ল।

এইবাৰ সি বৃন্দাবন ককাইদেউৰ ঘৰৰ ফালে আগুৱালে। আবেলিৰ বেলি ডুবো ডুবো। গৰখীয়াই গৰু লৈ উভতিছে। মানুহৰ ঘৰৰ পদূলিত, আলি বাটত সি ভালেমান মানুহ দেখিলে। কিয় জানো চিনাকি মানুহ লগ পাব বুলি হঠাৎ তাৰ ভয় লাগি গ'ল। কামিজটো খুলি তাৰেই সি মুখ আৰু মূৰ কায়দা কৰি ঢাকি ল'লে। বৃন্দাবন ককাইদেউৰ ঘৰৰ পদূলি পাই সি বৈ গ'ল নিজৰ চকুকে বিশ্বাস কৰিবলৈ তাৰ টান হ'ল। আগৰ নঙলাৰ ঠাইত বৃন্দাবন ককাইদেউৰ ঘৰৰ পদূলিত লোহাৰ গেট। ইটাৰ বেৰ আৰু সেইটোতো বৃন্দাবন ককাইদেউৰ ঘৰ নহয়, আগৰ খেৰৰ কেঁচা ঘৰটোৰ ঠাইত এটি চকুত লগা আহল-বহল পকীঘৰ। এই আঠ বছৰতে বৃন্দাবন ককাইদেউ ঘপকৈ ৰজা হৈ গ'লনে! গেট খুলি ভিতৰ সোমাবলৈকে তাৰ ভয় লাগিল। সি তাৰ পৰা উভতিল। কেইখোজমান আহিছে মাথোন-এনেতে দেখিলে চাইকেলেৰে কোনোবা এটা তাৰ গাৰ কাষেৰেই কাও কাওকৈ পাৰ হৈ গ'ল। সি ঘপকৈ ঘূৰি চালে। প্ৰবোধ! প্ৰবোধেও কেইগজমান পাৰ হৈ গৈ কি ভাবি জানো চাইকেলৰ পৰা নামি দিলে। প্ৰিয়নাথৰ ফালে চাই চিঞৰি দিলে। চকুৰে মুখে তাৰ ফুটি উঠা আনন্দখিনি

দেখি প্ৰিয়নাথো অৱাক হ'ল। প্ৰবোধে চাইকেলখন মাটিতে পেলাই জাপ মাৰি অহাদি আহি প্ৰিয়নাথক সাৱটি ধৰিলে। দুয়োৰো মুখৰ মাত যেন অলপ সময়ৰ বাবে নাইকিয়া হৈ গৈছিল।

—কেতিয়া আহিলা?

—আজি, অলপতে। ঘৰত কাকো নেপাই এইফালে আহিলোঁ। ভালনে তইঁতৰ? আমাৰ ইহঁত, কাৰ্তিক-গণেশ ক'ত আছে জাননে?

প্ৰবোধে কেইমুহূৰ্ত্তমান প্ৰিয়নাথৰ মুখলৈ চাই থাকিল।

—কি হ'ল তই দেখোন ভেবা লাগিলি?

—গাৱঁৰ খবৰ তুমি কিমান দিন পোৱা নাই?

—যোৱা তিনি বছৰ একো খবৰেই নাই।

—যোৱা বছৰ তামোল গছত উঠোতে গছজোপা ভাগি পৰি কাৰ্তিকৰ কামি হাড়দাল ভাগিল। এতিয়ালৈকে পোন হ'ব পৰা নাই। মৰাণলৈ ফুলমাই বাইটিয়ে তাক লৈ গ'ল। সি তাতে আছে।

—গণেশ একা?

সেইবোৰ বহুত কথা। ব'লা, আমাৰ ঘৰতে বহি কথা পাতোগৈ। চাহ পানী অকণো খোৱাগৈ। ভিনদেউ ঢুকুৱাৰ খবৰ পোৱা নহয়।

—ভিনদেউ মানে?

—ফুলমাই বাইটিৰ গিৰিয়েক আক'। তেজ বেয়া হৈ মৰিল। কেন্সাৰ বোলে।

মুহূৰ্ত্ততে প্ৰিয়নাথৰ মূৰত সৰগখন ভাগি পৰা যেন হ'ল, তাৰ বায়েক বিধবা হ'ল! তাহাঁতৰ সকলো বিপদ কালত এই হাল বাই ভিনীহিয়েই গুৰি ধৰি আছিল। সি মূৰে কপালে হাত দিলে।

—গণেশো তেতিয়া হ'লে মৰাণত আছে?

—সেইটোও এটা বেলেগ কাণ্ড। গণেশ ৰাজ ৰোষত পৰিল। বৃন্দাবন ককাইদেউক চুৰি মাৰিব খুজিছিল।

—তই কি বলকিছ প্ৰবোধ? গণেশে চুৰি মাৰিব খুজিছিল, বৃন্দাৱন ককাইদেউক?

—সেইবিলাক ক'লে এখন মহাভাৰত হ'ব। বৃন্দাবন ককাইদেউ এতিয়া

এমেলে। আজি তিনি বছৰ হ'ল। যোৱা বছৰতে সেইটো ঘৰো সা[illegible] এখন মটৰ গাড়ীও ল'লে। গণেশৰ লগত অহি-নকুল। মেলে-মিটিঙে তৰ্কা-তৰ্কি হয়। এদিন বোলে সি চুৰি উলিয়াইছিল। আজি ছ-মাহৰ কথা। পুলিচে তাক ধৰি নিলে।

প্ৰিয়নাথৰ চকুৰে যেন ধোঁৱা ধোঁৱা দেখিছিল। প্ৰবোধে কৈ গ'ল····

—শিমলু তলৰ সেই ন-ভাঙনিকণ যে, সেইকণ মাটি বাবু চাহাবৰ ভায়েকে 'এলটমেণ্ট' পালে। 'এলটমেণ্টৰ' সময়তে চিঠা বহীত বোলে তাৰ নাম উঠিল। বৃন্দাবন ককাইদেৱে বোলে সকলো জানি-শুনিও মুখেৰে নামাতিলে। গণেশৰ তাতে খং।

প্ৰিয়নাথৰ চকু হাল ৰঙা হৈ পৰিল। ভৰিৰ তলৰ মাটিকণ কঁপি উঠাৰ দৰে লাগিল। মুখখন ক্ৰমাত কঠোৰ হৈ আহিল। প্ৰবোধে তাৰ হাতখনত ধৰি টানিলে—ব'লা, আমাৰ ঘৰলৈ ব'লা।

প্ৰিয়নাথ কিন্তু তভক মাৰি ৰ'ল। লৰ চৰ নকৰিলে। প্ৰবোধে আক' ক'লে—ব'লা আক'।

—মই সৌ তালৈহে যাম—এই বুলি প্ৰিয়নাথে বৃন্দাবনৰ ঘৰৰ ফালে আঙুলিয়ালে।

—বৃন্দাবন ককাইদেউক ক'ত লগ পাবা? ৰাজধানীলৈ গ'ল। তিনি-চাৰিদিনমান হ'ল। নবৌকো লৈ গৈছে। অ' পাহৰিলোৱেই বৃন্দাবন ককাইদেৱে আক' বিয়া কৰালে নহয়। এইবাৰ গুৱাহাটীৰ ছোৱালী। আগৰ পক্ষৰ ছোৱালীজনী চকলিয়াত থাকে, মোমায়েকৰ ঘৰত।

প্ৰিয়নাথে নিজকে যিমান পাৰে সংযত কৰি ল'লে। প্ৰবোধৰ পিছে পিছে সি গৈ থাকিল। অলপ দূৰ গৈছে মাত্ৰ, নতুন ঘৰ এটা চকুত পৰিল। সৰু ঘৰ, মৰম লগা, পকা। প্ৰিয়নাথে সেইফালে চালে। প্ৰবোধে ক'লে—সেইটো প্ৰদীপৰ ঘৰ। দেউতাকে তাক বেলেগ কৰি দিলে। সি আজি কালি ভাল ঠিকাদাৰ। কেচুৱা এটাও··

প্ৰবোধৰ কথা শেষ হওঁ নহওঁতেই প্ৰিয়নাথে দেখিলে প্ৰদীপ চোতাললৈ ওলাই আহিছে। প্ৰদীপক দেখিয়েই প্ৰবোধে চিঞৰি দিলে—চোৱাহিহে প্ৰদীপ, এয়া কোন, চোৱাহি।

প্রদীপে দূৰৰপৰা প্ৰিয়নাথক ধৰিব পৰা নাছিল যদিও কেইখোজমান প্ৰবোধৰ ফালে আগবাঢ়ি গৈয়েই প্ৰিয়নাথক চিনি পালে। তাক সি গৰা মাৰি ধৰিলে। তাৰ ঘৰলৈ প্ৰায় টানি অনা দি লৈ আনিলে। লগে লগে প্ৰবোধো। প্ৰিয়নাথক পাই তাৰো যেন আনন্দৰ সীমা নাই। সি চিঞৰি চিঞৰি ঘৈণীয়েকক মাতিলে। কোচত পাঁচমহীয়া কেচুৱাটি লৈ ওলাই আহিল পাৰুল।

পাৰুল! প্ৰিয়নাথে অনুভৱ কৰিলে—তাৰ বুকুখন যেন ধকৃধকৃকৈ কঁপিছে। সি খুবেই সহজ হ'বলৈ যত্ন কৰিলে। পাৰুল যেন আগতকৈ বেছি ধুনীয়া হৈছে। কপালৰ ৰঙা ফোঁট, শিৰৰ সেন্দুৰখিনি তহ্‌তহ্‌কৈ জিলিকিছে। পাৰুল বৰ সুখত আছে, বৰ সুখত। এইজনী পাৰুল দিবৈ নৈৰ বালিঘাটত লগ পোৱা গাভৰুজনী নহয়; বিয়া হৈ যোৱা পাৰুল, লোকৰ হৈ যোৱা পাৰুল!

তাক দেখি পাৰুলো যেন বিস্ময় আৰু আনন্দত হতবাক। সি পাৰুলক কি সুধিব, কি নুসুধিব একো কথাকে বিচাৰি নাপালে। পাৰুলেহে মাথোন সুধিলে-- কেতিয়া আহিল?

প্ৰকৃততে প্ৰিয়নাথে তাৰ চেতনাকে যেন হেৰুৱাই পেলালে। সি পাৰুলৰ মুখৰফালে ভেবা লাগি চাই থাকিল। তাইৰ কোচৰ কেচুৱাটোলৈ সি ক'ব নোৱাৰাকৈ হাতখন আগবঢ়াই দিলে। পাৰুল তাৰ ওচৰ চাপি আহিল। প্ৰিয়নাথলৈ কেচুৱাটো আগবঢ়াই দিলে। তাৰ কোচলৈ বুলি কেচুৱাটো দিওঁতে পাৰুল এটোপ হাউলিব লগা হ'ল। তাইৰ স্পৰ্শ সি পালে, তাইৰ নিশ্বাস তাৰ গাত লাগিল। সি এক অবুজ শান্তি অনুভৱ কৰিলে। কেচুৱাটো বুকুত সাৱটি ললে। ভৰিত, পেটত, কপালত, চুমা খালে। কেচুৱাটোৱেও খেক্‌-খেক্‌কৈ হাঁহি দিলে। হাঁহিলে প্ৰদীপে, পাৰুলে, প্ৰবোধে। প্ৰিয়নাথৰহে চকুৰেদি পানী বাগৰি আহিল। ··· বোধকৰো আনন্দতেই।